আইভান টুৰ্গেনিভৰ

# প্ৰথম প্ৰেম

পদ্ম বৰকটকী

অনূদিত




শ্ৰীভূমি পাব্লিচিং কোম্পানী

৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা—৯

দ্বিতীয় প্রকাশ :
মার্চ ১৯৬২

প্রথম প্রকাশ :
নভেম্বৰ ১৯৬০

প্রকাশক :
অৰুণ পুৰকায়স্থ
শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড
কলিকতা-৯

মুদ্ৰক :
এচ্, কে, ভোচ্
হৰিহৰ প্ৰেছ
৯৩২, সীতাৰাম ঘোষ ষ্ট্ৰিট
কলিকতা-৯

মূল্য—দুটকা পঞ্চাশ নয়া পইচা

## প্ৰথম প্ৰেম

আলহি-অতিথি কেতিয়াবাই ঘৰাঘৰি গ'ল। ডাঙৰ ঘড়িটোত চাৰে বাৰ বজাৰ কোব পৰিল। কোঠাটোৰ ভিতৰত তেতিয়াও আছিল ঘৰৰ গিৰিহঁত, চের্গেই নিকলাইভিচ আৰু ভ্লাডিমিৰ পেট্ৰোভিচ।

গিৰিহঁতে ঘণ্টা বজাই চাকৰক মাতিলে; পৰি থকা চুৰাবোৰ আঁতৰাই নিবলৈ নির্দেশ দিলে। তাৰ পাচত তেৰেঁই ক'লে, "তেন্তে এয়ে ঠিক হল, প্ৰত্যেকেই নিজৰ জীৱনৰ প্ৰথম-প্ৰেমৰ কাহিনী শুনাব। চের্গেই নিকলাইভিচ, আপুনিয়েই আৰম্ভ কৰক।"

চুটি চাপৰকৈ শকত মানুহ নিকলাইভিচ, গাল-মুখ ভৰা-ভৰা, গাৰ বং বগা। প্ৰথমেই তেওঁ ঘৰৰ গিৰিহঁতলৈ চালে, তাৰ পাচত চকু তুলি ওপৰৰ ফালে চাই ৰ'ল। "মোৰ জীৱনত প্ৰথম প্ৰেমিকা নাহিলেই"—তেওঁ ক'লে— "পোনে পোনেই দ্বিতীয় প্ৰেমিকাৰ লগতহে মোৰ প্ৰেম-কাহিনী।"

"কি ক'লে ?"

"এৰা। মোৰ বয়স তেতিয়া ওঠৰ। তেতিয়াই কোনোবা এক সুন্দৰী গাভৰুক প্ৰথম-প্ৰেম নিবেদন কৰিলোঁ। কিন্তু সেই প্ৰেম-নিবেদন মোৰ কাৰণে একো নতুন নাছিল। তাৰ পাচত আন

ছোৱালীৰ ওচৰতো মই একেদৰেই প্ৰেম-নিবেদন কৰিছোঁ। সঁচা কথা কবলৈ হলে প্ৰথম আৰু শেষ বাৰৰ কাৰণে মই ছবছৰ বয়সতে প্ৰেমত পৰোঁ মোৰ নাৰ্চৰ লগত। কিন্তু সেইটো বহু কাল আগৰ কথা। আমাৰ দুইজনৰ বিষয়ে বহুত সৰুসুৰা কথা এতিয়া আৰু মোৰ মনতো নাই। আৰু, যদি মনত পেলাব পাৰোঁও, কাৰেই বা ভাল লাগিব শুনিবলৈ !"

ঘৰৰ গিৰিহঁতজনে মাত লগালে, "তেন্তে আৰু কি হ'ব ? মোৰো প্ৰথম প্ৰেমৰ কাহিনী শুনি-ভাল-লগা বিধৰ নহয়। মোৰ বিবাহিতা স্ত্ৰী আনা ইভানোভ্‌নাৰ লগত দেখা হোৱাৰ আগতে মই কেতিয়াও প্ৰেমত পৰা নাছিলোঁ; আৰু আমাৰ প্ৰেম আৰম্ভণিৰেপৰা সহজ গতিত গৈ আছে। আমাৰ দুয়োৰে আই-বোপায়েই সম্বন্ধটো ঠিক কৰে। কিছু দিনৰ ভিতৰতে আমাৰ দুয়োৰে মনে মনে মিল হল আৰু বিয়াখনো কৰাই পেলালোঁ। মোৰ এই কাহিনী দু-আষাৰ কথাৰেই শেষ হয়। আচলতে কথাটো হৈছে, প্ৰথম প্ৰেমৰ কথাটো মই পোনতে উত্থাপন কৰোঁতে আপোনালোকৰ ওপৰত আশা কৰিয়েই কৰিছিলোঁ। মই আপোনালোকক বুঢ়া নোবোলোঁ, কিন্তু সেই বুলি আপোনালোক ডেকা বৰলাও নয়। বাৰু, ভ্‌লাডিমিৰ পেট্ৰোভিচ, আপুনি বোধকৰোঁ আমাৰ ভাল লগা কিবা ক'ব পাৰিব— নোৱাৰিব জানো ?"

ভ্‌লাডিমিৰ পেট্ৰোভিচৰ বয়স প্ৰায় দুকুৰি, চুলিত ৰূপালী ৰং লাগিছে। অকণমান সময় কি-কওঁ-কি-নকওঁ কৰি তেওঁ ক'লে, "মোৰ প্ৰথম প্ৰেমৰ ইতিহাস অলপ অস্বাভাৱিক ধৰণৰ।"

"বাঃ"—ঘৰৰ গিৰিহঁত আৰু নিকলাইভিচ দুইজনেই একেলগে ফুৰ্তিত চিঞৰি দিলেঃ "তেনেকুৱা হলেতো আৰু ভাল হয়।... কওক, তাকেই কওক"।

"বাৰু তেন্তে......কিন্তু......ওহো, থাওক। কাহিনীটো আপোনলোকক মই মুখে মুখে কৈ নুশুনাওঁ। ভালকৈ ক'ব মই নাজানো।



ক'বলৈ গলে ঘটনাটো নীৰস আৰু চুটি হ'বও পাৰে, নাই বা দীঘল আৰু মনে-সজাও হ'ব পাৰে। আপোনালোকে যদি আপত্তি নকৰে, তেন্তে মোৰ মনত যিখিনি আছে, সেইখিনিকে মই লিখি আনি পঢ়ি শুনাব খোজোঁ।"

প্ৰথমে তেওঁৰ বন্ধু দুজনে আপত্তি কৰিছিল, কিন্তু শেষত ভ্‌লাডিমিৰ পেট্ৰোভিচৰ কথাই ৰ'লগৈ। পোন্ধৰ দিনমানৰ পাচত তেওঁলোক এঠাইত একেলগ হ'ল আৰু ভ্‌লাডিমিৰে তেওঁৰ কথা ৰাখিলে। তেওঁ লিখি অনা কাহিনীটো হ'ল এই ঃ—

১

ঘটনাটো ঘটিছিল ১৮৩৩ চনত, গৰমকালি। তেতিয়া মোৰ বয়স প্ৰায় যোল বছৰ।

মই তেতিয়া মোৰ আই-বোপাইৰ লগত মস্কোত আছিলোঁ। নেস্কুচনিৰ ওলোটা ফালে কাজুলস্কি গেটৰ ওচৰত আছিল আমাৰ ভাড়া-ঘৰটো। তেতিয়া মই বিশ্ববিদ্যালয়ৰ ছাত্ৰ, কিন্তু পঢ়া-শুনাত একেবাৰে মন বহা নাছিল—নপঢ়িছিলোঁৱেই।

মই অবাধ স্বাধীনতা পাইছিলোঁ আৰু নিজৰ ইচ্ছা মতে যিহকে মন যায় তাকে কৰিছিলোঁ—বিশেষকৈ মোৰ শেষৰজন ঘৰত-পঢ়োৱা-শিক্ষকক এৰি দিয়াৰ পাচৰপৰা। তেওঁ ফৰাচী আছিল। তেওঁ কেতিয়াও পাহৰিব পৰা নাছিল যে ৰুচিয়াত তেওঁৰ আবিৰ্ভাৱ ঠিক এটা হঠাৎ আহি পৰা বোমাৰ দৰেই; আৰু সেই কাৰণে তিতা-কেঁহা মন লৈ দিনৰ পাচত দিন তেওঁ বিচনাত পৰি পৰিয়েই কটাই দিছিল।

মোৰ দেউতাৰ মোৰ প্ৰতি কৰা ব্যৱহাৰত আছিল এটা চেনেহ-ভৰা উদাসীন ভাব। মায়ে কেতিয়াবা হে মোৰ ফালে চকু দিছিল—যদিওময়ে আছিলোঁ তেওঁৰ একমাত্ৰ সন্তান। তেওঁৰ

গোটেই মন আৱৰি আছিল আন চিন্তাই। মোৰ দেউতা আছিল দেখাত শুৱনি পুৰুষ আৰু বয়সত তেতিয়াও ডেকা। মা ১০ বছৰৰ ডাঙৰ আছিল দেউতাতকৈ। দেউতাই মাক বিয়া কৰাইছিল টকাৰ কাৰণে।

চিন্তা, ঈৰ্ষা, বেজাৰ আৰু বিক্ষোভেৰে ভৰা আছিল মাৰ দুখৰ জীৱন। অৱশ্যে দেউতাৰ আগত থকোঁতে তেওঁক তেনে ভাবত দেখা নগৈছিল। দেউতাক মায়ে খুব ভয় কৰিছিল আৰু দেউতাই মুখত এক কঠোৰ ভাৱ লৈ সদায় দূৰে দূৰে থাকিবলৈ বিচাৰিছিল। মোৰ দেউতাৰ নিচিনা ইমান ধীৰ, স্থিৰ, ইমান আত্মবিশ্বাসী আৰু ইমান আত্মাভিমানী মানুহ মই আৰু দেখা নাই।

সেই ঘৰত মোৰ প্ৰথম কেইসপ্তাহমানৰ কথা মই কেতিয়াও নাপাহৰোঁ। সেই সময়ত বতৰ বৰ ভাল আছিল। চেণ্ট নিকোলাচৰ ভোজৰ দিনা, ৯ মে তাৰিখে, আমি প্ৰথম সেই ঘৰলৈ গলোঁ। মই সদায় নেস্কুচনিৰ ফুলনিৰ মাজত ঘূৰি ফুৰিছিলোঁ। কেতিয়াবা কেতিয়াবা কাজুলস্কি গেট পাৰ হৈ গুচি গৈছিলোঁ। সাধাৰণতে মই এটা কিতাপ লগত নিছিলোঁ—কাইডান্ভাৰ বুৰঞ্জী বা সেই ধৰণৰ আন কিবা কিতাপ। কিন্তু কিতাপ কেতিয়াবা কাচিৎহে খোলা হয়। প্ৰায়ে মুখস্থ কবিতাবোৰকে আবৃত্তি কৰিছিলোঁ। মোৰ বহুত কবিতা মুখস্থ আছিল। সেই সময়ত মোৰ তেজত আছিল পিৰপিৰনি, এটা মধুৰ পাতল বেদনাৰে ভৰি উঠিছিল মন। সদায় যেন কিহৰ আশাত আকুল হৈ উঠিছিলোঁ, অথচ প্ৰতীক্ষা কৰিছিলোঁ ভয়ে ভয়ে। সকলো ফালেই চাইছিলোঁ আচৰিত হৈ, সকলো অঘটনৰ কাৰণেই মই সাজু আছিলোঁ। মোৰ কল্পনা সদায় একে ধৰণৰ কিছুমান চিন্তাৰ চাৰিওফালে দৌৰি ফুৰিছিল—*ঠিক* যেনেকৈ পুৱা গীৰ্জাৰ ওপৰত ঘণ্টা-থকা-ঘৰটোৰ চাৰিওফালে উৰি ফুৰে চৰাইবোৰ। কেতিয়াবা মই ভাবত বিভোৰ হৈ গৈছিলোঁ, কেতিয়াবা শোকে হেঁচা মাৰি ধৰিছিল, আন কি কেতিয়াবা কান্দি দিছিলোঁ। কোনোবা কবিতাৰ কিবা এফাঁকিৰ সুৱদি সুৰ বা কোনোবা সন্ধিয়াৰ মন-হৰি-নিয়া ৰূপেই আছিল এনেকুৱা বহুত চকুপানী আৰু শোকৰ কাৰণে দায়ী। তথাপি এই চকুপানী, এই শোকৰ মাজেদিয়েই অদমনীয় বাউল যৌৱনৰ উলাহ-ভৰা ৰসৰ এক অনুভূতি জাগি উঠিছিল মোৰ প্ৰাণত—বহাগত যেনেকৈ মাটিৰ বুকু ফালি জাগি উঠে কুমলীয়া ঘাঁহ।

মোৰ এটা সৰু ঘোঁৰা আছিল। সেই ঘোঁৰাত জিন লগাই উঠি কদমত গুচি গৈছিলোঁ বহু দূৰলৈ—অকলৈ। কেতিয়াবা নিজকে টুৰ্নামেণ্টৰ নাইট্ যেন লাগিছিল (মোৰ কাণত বাঁহী বজাই কি আনন্দত যে তেতিয়া বতাহ বৈ গৈছিল!), কেতিয়াবা আকাশৰ ফালে চকু তুলি মোৰ খোলা অন্তৰেৰে পান কৰিছিলোঁ আকাশৰ উজ্জ্বল পোহাৰ আৰু অসীম নীলিমা।

যিমান দূৰ এতিয়া মনত পৰে, নাৰীৰ মূৰ্তি, নাৰীৰ প্ৰেমৰ কোনো ছাঁই তেতিয়াও মোৰ মনত স্পষ্ট আকাৰ লৈ ধৰা দিয়া নাছিল। তথাপি মোৰ সকলো ভাবনা, সকলো অনুভূতিত আছিল এটা অজান কিবাৰ, এটা অবুজ মধুৰ জনা-নজনা লাজৰ আভাস—এক কথাত সেয়ে আছিল নাৰী সম্পৰ্কীয় চেতনাৰ পূৰ্ব সূচনা।

এই চেতনা, এই প্ৰতীক্ষাই মোৰ গোটেই সত্বাক আচ্ছন্ন কৰি ৰাখিছিল। ই আছিল মোৰ উশাহ-নিশাহত, মোৰ সিৰা-উপসিৰাত, মোৰ প্ৰতিটোপা তেজত।...কিছুদিনৰ পিচতে তাৰ বাস্তৱলৈ ৰূপান্তৰ হৈছিল।

আমাৰ ভাড়া ঘৰটো আছিল কাঠৰ। মালিক আছিল এজন জমিদাৰ। ঘৰটোৰ খুটাবোৰ ডাঙৰ ডাঙৰ; আৰু আমাৰ ঘৰটোৰ দুই ফালে চাপৰ চালি দি আন দুটা ঘৰ কৰা আছিল। বাঁওফালৰ ভাগত এটা সস্তীয়া ওৱাল-পেপাৰ তৈয়াৰ কৰা কাৰখানা আছিল। মই প্ৰায়ে সেইফালে গৈ দেখিছিলোঁ, প্ৰায় ১২টামান সৰু সৰু ল'ৰাই কিছুমান কাঠৰ ঢেঁকীৰ ওপৰত বৈ বৈ জঁগিয়াই থাকে।

লেবেলা-চেপেটা লৰাবোৰৰ পিন্ধা কাপোৰ ময়লা আৰু সোলোক-ঢোলোক, ফণি নেদেখা চুলি, মুখ হালধীয়া। জঁপিয়ালে সিহঁতৰ সৰু সৰু শৰীৰৰ ভৰটো পৰে কাঠৰ ঢেঁকীৰ ওপৰত; তেতিয়া মুদ্রা-যন্ত্ৰৰ চাৰিচুকীয়া কাঠৰ ফ্রেমৰ ওপৰত হেঁচা খাই ছবি উঠে।

সোঁ ফালৰ চালি-ঘৰটোও ভাড়ালৈ দিয়া হৈ গৈছিল, কিন্তু তেতিয়াও ভাড়ালৈ লওঁতাসকল আহি সোমোৱা নাছিল। মে মাহৰ ৯ তাৰিখৰ পাচত তিনি সপ্তাহমান গলত এদিন দেখিলোঁ, সেই ঘৰটোৰ খিৰিকিবোৰ খুলি দিয়া হৈছে আৰু সেই খোলা খিৰিকিয়েদি দেখিলোঁ কেইগৰাকীমান তিৰোতা। কোনোবা পৰিয়াল সেই ঘৰত আহি সোমাল বুলি বুজিব পাৰিলেঁ। মনত আছে, সেইদিনা খাবৰ সময়ত মায়ে ৰান্ধনি-চাকৰক নতুনকৈ অহা মানুহ-ঘৰৰ চিনাকি সুধিছিল। ৰাজকুমাৰী জাচেকিনা—এই নামটো শুনি মায়ে শ্রদ্ধা মিহলোৱা সুৰত কৈছিল "অ' ৰাজকুমাৰী....তেন্তে বোধকৰোঁ অৱস্থা বেয়া হৈ ফপৰীয়া হৈছে।"

মেজৰ ওপৰত এখন কাঁহী ঠিককৈ থওঁতে ৰান্ধনিটোৱে কৈছিল, "এওঁবিলাক তিনিখন ঘোঁৰাৰ গাড়ি ভাড়া কৰিহে আহিছে, নিজৰ গাড়ি নাই, আচ্‌বাব-পত্রও অতি সাধাৰণ বিধৰ"।

'হওক, তথাপি ভাল'—মায়ে উত্তৰ দিছিল।

দেউতাই মালৈ এনেকুৱাকৈ চালে যে মা মনে মনে থাকিল।

আচলতেই, ৰাজকুমাৰী জাচেকিনাৰ আৰ্থিক অৱস্থা তেতিয়া ভাল নিশ্চয় নাছিল। কাৰণ, তেওঁ ভাড়ালৈ লোৱা ঘৰটো ইমান সৰু, ইমান চাপৰ আৰু ইমান বেয়া অৱস্থাৰ আছিল যে কোনোমতে ভালকৈ চলিব পৰা সাধাৰণ পৰিয়াল এটাও তাত থাকিবলৈ মান্তি নহলহেতেন। মই অৱশ্যে সেইবোৰ কথা তেতিয়া বিশেষ মনোযোগেৰে শুনা নাছিলোঁ, ৰাজকুমাৰীৰ পদমৰ্য্যাদাই মোৰ মনত কোনো প্রতিক্রিয়া তুলিব নোৱাৰিছিল। কাৰণ কিছু দিনৰ আগতে 'চিলাৰে' লিখা 'ডকাইত' নামৰ কিতাপখন মই পঢ়ি শেষ কৰিছিলোঁ।



## ২

আমাৰ ঘৰৰ বাগিচাখনত সদায় গধূলি বন্দুক হাতত লৈ কাউৰি মাৰিবলৈ ঘূৰি ফুৰাৰ অভ্যাস আছিল মোৰ। টেঙৰ, চোৰ আৰু সদায় সাৱধান এই প্রাণীটোৰ প্রতি মোৰ এটা খং আছিল। যি দিনাৰ কথা ক'ব খুজিছোঁ, সেইদিনাও মই সেইদৰেই বাগিচাত ঘূৰি ফুৰিছিলোঁ। এনেয়ে ফুৰিছিলোঁ (কাউৰীবোৰে কিন্তু দূৰৰপৰাই মোক চিনিব পাৰি কা কা কৰি চিঞৰি দিছিল)। হঠাৎ বুজিব পাৰিলোঁ যে মই বাগিচাৰ চাপৰ বেৰখনৰ ওচৰ পাইছোঁহি। সোঁফালৰ ঘৰৰ পিচফাললৈকে ৰহল বাগিচা, তাৰে এটা দাঁতি সেই সোঁ ফালৰ ঘৰৰ লগত লগা; আমাৰ ঘৰৰ বাগিচা টুকুৰাৰপৰা সেইটুকুৰা বাগিচা বেলেগ কৰি ৰাখিছে সেই চাপৰ বেৰখনে। মই তলমূৰ কৰিয়েই আহি আছিলোঁ, হঠাৎ বহুতৰ মাত শুনিবলৈ পালোঁ। বেৰৰ ওপৰেদি ডিঙি মেলি চায়েই মই বৰফৰ দৰে গোট মাৰিলোঁ। এটা অদ্ভুত দৃশ্য মোৰ চকুত পৰিল।

কেইখোজমান সিফালেই সেউজীয়া জোপোহা ৰাচবেৰি লতাৰে ঘেৰা বাগিচাৰ মাজত খোলা এটুকুৰা ঠাই, তাত থিয় হৈ এজনী দীঘল চানেকীয়া গাভৰু; গোলাপী ৰঙৰ খলপা কটা বেশ, মূৰটো এখন বগা ৰুমালেৰে বন্ধা। তেওঁক বেঢ়ি ধৰি চাৰিজন ডেকা। তেওঁ কিছুমান সৰু সৰু নীলা নীলা ফুল ডেকা কিজনৰ কপালত আলফুলকৈ লগাইছিল। সেই ফুলবোৰ সৰু লৰাছোৱালীয়ে খুব ভাল পায়, কিন্তু মই সেই ফুলৰ নাম নাজানিছিলোঁ। ফুলবোৰ যেন পাহিৰে সজা একোটা মোনা। কোনো টান ঠাইত লাগিলেই পাহিবোৰ কঁপি কঁপি সৰি পৰে। ডেকা কিজনে আগ্রহেৰে তেওঁলোকৰ কপাল আগবঢ়াই দিছিল! গাভৰুৰ ভংগিত (তেওঁৰ মুখৰ এফাল মোৰ ফালে ঘূৰোৱা আছিল) এনেকুৱা এক গৰৱ-

ভৰা, চুপটি আৰু চেনেহ সনা কোমল ভাব ফুটি উঠিছিল যে মই বিস্ময় আৰু আনন্দত চিঞৰি দিছিলোঁ। নিজৰ কপালত সেই কোমল আঙুলিৰ পৰশ পাবৰ কাৰণে তেতিয়া বোধ কৰোঁ মই সকলো দিবলৈ সাজু আছিলোঁ। মোৰ বন্দুক হাতৰপৰা সৰি পৰিল। পৃথিৱীৰ সকলো কথা মই পাহৰি গলোঁ। কেৱল আকলুৱা চকুৰে চাবলৈ ধৰিলোঁ সেই সৰু কঁকালটো, সেই ধুনীয়া গলধন, কোমল হাত, বগা ৰুমালৰ আঁৰত থকা ৰেচমৰ দৰে মিহি চুলি, সেই চতুৰ আধা মেলা চকু দুটি, সেই চেলাউৰি আৰু তাৰ ছাঁত থকা কোমল গাল দুখন।

"এই!" হঠাৎ কাণৰ ওচৰতে কোনে যেন মাতিলে আৰু কলে, "অচিনাকি ছোৱালীৰ ফালে এনেকৈ চাই থাকিব পায় নে?"

মই চক খাই উঠিলোঁ। কিন্তু কোনো উত্তৰ দিব নোৱাৰিলোঁ। ওচৰতে বেৰৰ ঠিক সিপাৰেই এজন ভদ্ৰলোক; মূৰত তেওঁৰ চুটি চুটিকৈ কটা ক'লা চুলি। বিদ্ৰূপৰ চাৱনিৰে তেওঁ মোলৈ চাইছিল। ঠিক সেই সময়তে গাভৰুৱে মোলৈ চালে।...দেখিলোঁ প্ৰাণভৰা, উজলি উঠা মুখখনিত এযোৰ ডাঙৰ ডাঙৰ, মুগা চকু। হঠাৎ শিহৰণ বৈ গ'ল সেই মুখখনিত, বাগৰি গল হাঁহিৰ ঢৌ। চিক্‌চিকাই উঠিল এপাৰী বগা দাঁত, আৰু পৰিহাসৰ ভংগিত চেলাউৰি ওপৰলৈ উঠিল। মই লাজত ৰঙা পৰি গলোঁ আৰু বন্দুকটো তুলি লৈ ঘৰৰ ফালে দৌৰ মাৰিলোঁ। মোৰ পিচফালে তেতিয়া শুনিছিলোঁ তুমুল হাঁহিৰ খিলখিলনি। ধুমুহাৰ দৰে ঘৰত সোমাই বিচনাত জঁপিয়াই পৰিলোঁ আৰু দুই হাতেৰে চকু ঢাকি ধৰিলোঁ। মোৰ বুকুত তেতিয়া ভীষণ আলোড়ণ আৰু মনত লাজ আৰু আনন্দৰ বুজিব নোৱাৰা অনুভূতি। ইয়াৰ আগেয়ে কেতিয়াও মই ইমান উত্তেজনা অনুভৱ কৰা নাছিলোঁ।

অলপ পৰ জিৰণি লৈ মই চুলি আঁচুৰিলোঁ, গা-হাত-ভৰি জাৰি-জোকাৰি ঠিক কৰি ললোঁ আৰু তাৰ পাচত তলত খাবলৈ গলোঁ।



গাভৰুৰ মূৰ্তি সকলো সময়তে মোৰ চকুৰ আগত আছিল। বুকুৰ ধপ্‌ধপনি তেতিয়া অৱশ্যে বন্ধ হৈছিল, কিন্তু মাজে মাজে এক ভাল লগা বেদনা বুকুত অনুভৱ কৰিছিলোঁ।

"কি হৈছে?"—হঠাৎ মোৰ দেউতাই মোক সুধিলে, "কাউৰী দুই এটা মাৰিব পাৰিলি?"

দেউতাক সকলো কথা কৈ দিবৰ মোৰ ইচ্ছা হৈছিল, কিন্তু তাকে নকৰি মনে মনে হাঁহিলোঁ মাথোন। শুবলৈ যোৱাৰ আগতে এনেয়ে কেইবাৰমান গোৰোৱাৰ ওপৰত থিয় হৈ ঘূৰিলোঁ, চুলিত পমেড লগালোঁ, তাৰ পিচত শুই পৰিলোঁ। ৰাতি পুৱাবৰ সময়ত খন্তেকৰ কাৰণে এবাৰ ঘুমটি ভগাত মূৰ তুলি চাৰিওফালে সুখী সুখী ভাবেৰে চকু ঘুৰাই আকৌ ঘুমটি গলোঁ।

৩

কেনেকৈ এওঁবিলাকৰ লগত চিনাকি হ'ব পাৰি?—টোপনি ভগাৰ পাচত এয়ে হল মোৰ প্ৰথম চিন্তা। পুৱাৰ জা-জলপান নোখোৱাকৈয়ে বাগিচা পালোঁগৈ। কিন্তু বেৰখনৰ খুব ওচৰলৈ নগলোঁ, নেদেখিলোঁও কাকো। জা-জলপান খাই তেওঁলোকৰ ঘৰৰ সমুখৰ বাটটোত অনবৰত ঘূৰাঘূৰি কৰিবলৈ ধৰিলোঁ। মাজে মাজে খিৰিকিৰ ফালেও চাইছিলোঁ। এবাৰ পৰ্দাৰ আঁৰত গাভৰুৰ মুখখন দেখা যেন লাগিল আৰু তৎক্ষণাৎ চক খাই ভয়ে ভয়ে পিচুৱাই আহিলোঁ। নেস্কুচনি বাগিচাৰ সমুখত সেই বালীয়া ঠাইটুকুৰাত লক্ষ্যহীনভাৱে ঘূৰি ফুৰোঁতে সেইদিনা মোৰ মাত্ৰ এটা চিন্তাই আছিল—'তেওঁৰ লগত চিনাকি হবই লাগিব।....কিন্তু কেনেকৈ?' এয়ে হল মোৰ সমস্যা। আগৰ দিনৰ ঘটনাটোৰ সকলো সৰু সৰু কথাও মোৰ মনত পৰিল। কিন্তু সকলোতকৈ পৰিস্কাৰ হৈ মোৰ চকুৰ আগত ভাঁহি উঠিল, তেওঁ মোলৈ চাই মৰা ধুনীয়া হাঁহিটো।

যি হওক, তেতিয়া মই কিবাকিবি বহুত পৰিকল্পনা কৰি অস্থিৰ হৈ পৰিছিলোঁ, তেতিয়া ভাগ্যৰ চকা মোৰ অনুকূলেই চলা যেন লাগিছিল।

মই বাহিৰত ঘূৰি ফুৰোঁতেই মায়ে এই নতুন চুবুৰীয়াৰ ঘৰৰ-পৰা এখন চিঠি পালে। ছাই-বৰ্ণী কাগজত চিঠিখন লিখা আৰু ক'লা লাৰে চিলমোহৰ মৰা—সাধাৰণতে ডাক বিভাগে পোস্টেল-অৰ্ডাৰত আৰু সস্তীয়া মদৰ বটলত এনেকুৱা লা লগোৱা দেখা যায়। বহুত ভুলেৰে ভৰা অপৈণত হাতেৰে লিখা সেই চিঠি; চিঠিত ৰাজকুমাৰীয়ে জনাইছিল যে তেওঁ কিছুমান মোকৰ্দমাত জড়িত হৈ পৰিছে আৰু তেওঁৰ আৰু তেওঁৰ সন্তানৰ ভাগ্য নিৰ্ভৰ কৰিছে স্থানীয় কেইজনমান মুখীয়াল লোকৰ সহায়ৰ ওপৰত। সেই মুখীয়াল লোক কিজনৰ লগত মাৰ ঘনিষ্ঠ পৰিচয় আছিল। সেই কাৰণে ৰাজকুমাৰীৰ হৈ মায়ে যাতে তেওঁলোকক কয়, তাকে অনুৰোধ কৰি লিখিছিল। তেওঁ লিখিছিল, "এগৰাকী ভদ্ৰ মহিলাই আন এগৰাকী ভদ্ৰমহিলাক যিদৰে অনুনয় কৰে, মই আপোনাক সেইদৰে অনুনয় কৰিছোঁ আৰু অনুনয় কৰাৰ সৌভাগ্য হোৱাত নিজকে ধন্য বুলি ভাবিছোঁ।" শেষত মাৰ সতে দেখা কৰাৰ অনুমতি বিচাৰি তেওঁ চিঠিখন সামৰিছিল। দেখিলোঁ, মা গোমোৰা মাৰি আছে। দেউতা ঘৰত নাই আৰু সেই কাৰণে মাক এই বিষয়ত উপদেশ দিবলৈ কোনো নাছিল। এগৰাকী ভদ্ৰমহিলাৰ, বিশেষকৈ এগৰাকী ৰাজকুমাৰীৰ, চিঠিৰ উত্তৰ নিদিলেই নহয়, অথচ কেনেকৈ উত্তৰ দিব তাকো মায়ে ভাবি পোৱা নাছিল। মায়ে বুজিব পাৰিছিল যে ফৰাচী ভাষাত উত্তৰ দিলে অপাত্ৰক দান দিয়াৰ নিচিনা হব। ইপিনে ৰুচ বানানো মায়ে ভালকৈ নাজানে। নিজৰ এই দোষৰ বিষয়ে মায়ে ভালকৈ জানিছিল, কিন্তু আনক জনাই ফুৰিব নুখুজিছিল। সেই কাৰণে মই ঘৰলৈ অহাত মায়ে খুব ভাল পালে আৰু



তেতিয়াই মোক পঠিয়াই দিলে ৰাজকুমাৰীৰ ওচৰলৈ। ৰাজ-কুমাৰীক মুখেৰেই কৈ আহিবলৈ কলে যে যথাসাধ্য সহায় কৰিবলৈ মা সদায় সাজু; দিনৰ বাৰ বজাৰপৰা এক বজাৰ ভিতৰত আহিবলৈ মায়ে তেওঁক অনুৰোধ কৰিলে। মোৰ এই গুপুত আশা অভাৱনীয় ভাৱে সোনকালেই সাৰ্থক হৈ উঠাত মই আনন্দিত হোৱাৰ লগে লগে শংকিতও হলোঁ। কিন্তু মোৰ মনৰ এই অৱস্থা লুকাই ৰাখিলো। এডাল নতুন 'টাই' আৰু ওভাৰকোট পিন্ধি লবলৈ পোনে-পোনেই কোঠালৈ গলোঁ—ঘৰত থাকোঁতে নিতান্ত অনিচ্ছাৰে হলেও মই তেতিয়াও এটা সৰু জেকেট-চোলা আৰু দুভাজ কৰা 'কলাৰ' পিন্ধিবলগীয়া হৈ আছিল।

৪

দাঁতিৰ ঘৰৰ জৰাজীৰ্ণ আৰু ঠেক বাৰাণ্ডাইদি কঁপি কঁপি আগুৱাই গৈছিলোঁ। এনেতে দেখা হ'ল সেইঘৰৰ পুৰণি এটা চাকৰৰ লগত। মানুহটোৰ মূৰৰ চুলি পকা, গাৰ ৰং গাঢ় তামবৰণীয়া গাহৰিৰ নিচিনা চকু দুটা ভাগৰি পৰা, কপাল আৰু দুই দাঁতিৰ ছাল ইমান সোতোৰা-সুতুৰি হৈছে যে তেনেকুৱা মই আগেয়ে কেতিয়াও দেখা নাই। হাতত তাৰ এখন প্লেট। প্লেটৰ ওপৰত লোণ সনা হেৰিং মাছৰ খোৱাৰ-পিচত-থকা-কাঁইট আদি। মোক দেখি ভৰিৰে দুৱাৰখন বন্ধ কৰি দি খঙেৰেই সুধিলে,

"কি লাগে আপোনাক?"

মই সুধিলোঁ, "ৰাজকুমাৰী জাচেকিনা আছে নেকি?"

বন্ধ দুৱাৰৰ ভিতৰৰপৰা কঁপা কঁপা নাৰী কণ্ঠৰ মাত আহিল,

"বোনিফাটি!"

লগে লগে চাকৰটো একে পাকতে ঘূৰি প্লেটখন ঘৰৰ মজিয়াতে ৰাখি ঘৰৰ ভিতৰ সোমাল। যাবৰ সময় দেখা গল তাৰ পাগুৰীৰ

ফটা-ছিটা পিচফাল আৰু তাৰ ওপৰত লগোৱা আছিল জমিদাৰী আমোলৰ চিনস্বৰূপ মামৰে ধৰা পিতলৰ বুটাম।

আগৰ সেই কঁপা কঁপা মাতে প্ৰশ্ন কৰা শুনিলোঁ, "থানালৈ গৈছিলি?"

উত্তৰত চাকৰটোৱে বিৰবিৰাই কি যেন কলে।

"কি কৈছ?"—আকৌ সেই একে মাত—"কোনোবাই মোক দেখা কৰিব খুজিছে? কোন? দাঁতিৰ ঘৰৰ লৰাটো? অ', তেন্তে তাক ভিতৰলৈ মাত।"

চাকৰটো ওলাই আহি মজিয়াৰপৰা প্লেটখন তুলি লৈ মোক কলে, "যাওক, ড্ৰয়িংৰুমৰ ভিতৰলৈ যাওক।"

মই মোৰ 'টাই' ঠিকঠাক কৰি ড্ৰয়িংৰুমৰ ভিতৰ সোমালোঁ।

চাই দেখোঁ ঘৰটো সৰু, চাফ-চিকুণো নহয়। চকি-মেজবোৰ জীৰ্ণ শীৰ্ণ আৰু যেন লৰালৰিকৈ য'তে পাই ত'তে থোৱা হৈছে। খিৰিকিৰ ওচৰত এখন হাত-ভগা চকিত এগৰাকী মহিলা বহি আছে। বয়স প্ৰায় পঞ্চাশ, দেখিবলৈ অশুৱনি! মূৰত কোনো আৱৰণ নাই, পিন্ধা কাপোৰ পুৰণি সেউজীয়া ৰঙৰ; আৰু ডিঙিত এখন জকমকাই থকা পাটৰ স্কাৰ্ফ মেৰিয়াই লোৱা। ক'লা সৰু সৰু চকু দুটাৰে তেওঁ মোৰ ফালে চাইছিল।

মই তেওঁৰ ওচৰলৈ গৈ সসম্ভ্ৰমে মূৰ দোঁৱাই অভিবাদন কৰিলোঁ।

"মই ৰাজকুমাৰী জাচেকিনাক......?"

"হয়, ময়েই আপুনি মিস্টাৰ 'ভ'-ৰ লৰা নেকি?"

"হয়। মই মোৰ মাৰপৰা এটা খবৰ লৈ আহিছোঁ।"

"আপুনি নবহে জানো?....বোনিফাটি! মোৰ চাবিকোছা ক'ত?"

তেওঁৰ চিঠিৰ উত্তৰত মায়ে যি কৈ পঠিয়াইছিল, মই সকলো কলোঁ। খিৰিকিৰ কাঠৰ ওপৰত তেওঁৰ ডাঙৰ ডাঙৰ আঙুলিৰে তবলা বজাই বজাই তেওঁ মোৰ কথাবোৰ শুনিলে। কথা শেষ হোৱাত তেওঁ আকৌ মোৰ চকুলৈ চাই ৰল।



অৱশেষত তেওঁ কলে, "খুব ভাল কথা। মই নিশ্চয় যাম। আপোনাৰ বয়স খুব কম যেন লাগিছিল। কিমান বয়স আপোনাৰ?"

থোতামোজা খাই কলোঁ, "ষোল।"

ৰাজকুমাৰীয়ে কিবাকিবি লিখা কিছুমান কাগজ তেওঁৰ জেপৰপৰা উলিয়ালে আৰু চকুৰ খুব ওচৰলৈ নি পঢ়িবলৈ ধৰিলে।

হঠাৎ পোন হৈ বহি আকৌ ক'ল, "বাঃ, বেচ বয়স তো। তেন্তে আপুনি আমাৰ লগত খুব ভদ্ৰতা কৰি কথাবাৰ্তা ক'ব নালাগে। আমি খুব সাধাৰণ ধৰণেৰে থকা মানুহ।"

তেওঁৰ সেই অসুন্দৰ চেহেৰাৰ ফালে বিতৃষ্ণাৰে চাই মই মনে মনে কলোঁ,—"বৰ বেছি সাধাৰণ।"

ঠিক সেই সময়ত ড্ৰয়িংৰুমৰ আন দুৱাৰখন খোল খাই গল আৰু দুৱাৰ মুখত দেখা দিলে মই আগেয়ে দেখা সেই গাভৰু। তেওঁ হাত দাঙি মোক অভিবাদন জনালে। এটা মিহি হাঁহি বাগৰি গল তেওঁৰ ওঠৰ ওপৰেদি।

কিলাকুটিৰে তেওঁৰ ফালে দেখুৱাই ৰাজকুমাৰী জাচেকিনাই কলে, "মোৰ ছোৱালী জিনা—আৰু এওঁ হল আমাৰ চুবুৰীয়া মিস্টাৰ 'ভ'-ৰ লৰা। অ', আপোনাৰ নামটো কি?"

মই থিয় হলোঁ আৰু উত্তেজনাত চেপা খোৱা মাতেৰে ফুচফুচাই কোৱাদি কলোঁ, "ভ্লাডিমিৰ"।

"আৰু আপোনাৰ উপাধি?"

"পেট্ৰোভিচ।"

"বাঃ। পুলিচ বিভাগৰ ওখ খাপৰ এজন বিষয়াৰ লগত মোৰ চিনাকি আছিল। তেওঁৰ নামো আছিল ভ্লাডিমিৰ পেট্ৰোভিচ।.... বোনিফাটি! চাবিকোছা তই বিচাৰিব নালাগে, মোৰ জেপতে আছে।"

মূৰটো নাওমান কাতি কৰি চেলাউৰি বেঁকা কৰি গাভৰুৱে মোকে চাই আছিল। তেওঁৰ চাৱনিত যেন কৌতুকৰ হাঁহি।

লাহে লাহে গাভৰুৱে কলে, "মচিয়ে ভোলডেমাৰক মই আগেয়েও দেখিছোঁ। (তেওঁৰ বাঁহীৰ নিচিনা মাতে মোৰ গোটেই গাত শিহৰণ তুলি গল)। আপোনাক এই নামেৰে মই মাতিব পাৰোঁনে ?"

মই প্ৰায় খোনাই খোনাই কলোঁ, "আপোনাৰ যি ইচ্ছা।"

ৰাজকুমাৰ জাচেকিনাই সুধিলে, "ক'ত দেখিছ ?"

গাভৰু ৰাজকুমাৰীয়ে মাকৰ কথাৰ কোনো উত্তৰ নিদিলে।

মোৰপৰা চকু আঁতৰাই নিনিয়াকৈয়ে তেওঁ মোক সুধিলে, "এতিয়া আপোনাৰ কিবা কাম আছে নেকি ?"

"নাই, একো কাম নাই।"

"তেন্তে অলপ উল মেৰিউৱাত মোক সহায় কৰি দিবনে ? আহক মোৰ কোঠালৈ।"

মূৰটো অকণমান বেঁকা কৰি মোক যাবলৈ ইংগিত কৰি তেওঁ ড্ৰয়িং-ৰুমৰপৰা ওলাই গল। ময়ো তেওঁৰ পিচে পিচেই গলোঁ।

যিটো ঘৰত আমি সোমালোঁ, সেইটোৰ চকি-মেজ আদিৰ অৱস্থা অলপ ভাল আৰু সুৰুচিসম্পন্নভাৱে সজোৱা। অৱশ্যে সেই সময়ত চাৰিওফালে ভালকৈ লক্ষ্য কৰাৰ নিচিনা মানসিক অৱস্থা মোৰ নাছিল। মই যেন তেতিয়া সপোনত আন কোনোবা জগতত বিচৰণ কৰিছিলোঁ। অংগে অংগে এক নিবিড় আনন্দৰ অনুভূতিয়ে মোক অসাৰ কৰি দিছিল।

সৰু ৰাজকুমাৰী নিজে এখন চকিত বহি ওলোটা ফালে থকা আন এখন চকিত বহিবলৈ মোক নিৰ্দেশ দিলে। তাৰ পাচত উলিয়ালে এটা বডা উলৰ 'বল'। মই দুই হাত সমুখলৈ বঢ়াই দিছিলোঁ। তেওঁ উলবোৰ খুলি জঁট ভাঙি মোৰ হাতৰ ওচৰত থোৱাত লাগিল। কোনো কথা-বাৰ্তা নোকোৱাকৈ তেওঁ এই কাম কৰি গৈছিল—তেওঁৰ অংগ-প্ৰত্যংগত লাগি আছিল এটা এলেহুৱা ধেমালিপ্ৰিয় ভংগি, নাওমান মেল খোৱা ওঠত আছিল এটা উজ্জ্বল চতুৰ হাঁহি। তাঁৰ পাচত দুভাজ কৰা এখন কাৰ্ডৰ ওপৰত তেওঁ



উলবোৰ মেৰিয়াবলৈ ধৰিলে। মেৰিয়াওঁতে মেৰিয়াওঁতে তেওঁ মোলৈ এনেকুৱাকৈ কেৰাহিকৈ চালে যে লগে লগে মই চকু আঁতৰাই আনিলোঁ। সদায় আধা-মেলা হৈ থকা তেওঁৰ চকু দুটা কিছু পৰৰ কাৰণে ডাঙৰকৈ মেল খালে, মুখৰ ভাব ততালিকে সলনি হ'ল, আৰু চকুৱে মুখে বিয়পি পৰিল এক উজ্জ্বল পোহৰ।

কিছু পৰ পাচত ঘৰটোৰ নিস্তব্ধতা ভংগ কৰি তেওঁ কলে, "মচিয়ে ভোলডেমাৰ, আপুনি চাগৈ কালি মোৰ বিষয়ে কি ভাবিছিল। নিশ্চয় বেয়া কিবা ভাবিছিল ?"

মুখত কথা নোলোৱা হৈ মই কবলৈ ধৰিলোঁ, "মই, ৰাজকুমাৰী... ওহোঁ....নহয়...মানে...মই একো ভবা নাই। কেনেকৈ ভাবিম ?"

তেওঁ কলে, চাওক, আপুনি মোক এতিয়াও চিনি নাপায়। মই এক অদ্ভুত জীৱ। মই বিচাৰোঁ, সকলোৱে সঁচা কথা কওক। আপুনি কৈছিল আপোনাৰ বয়স ষোল বছৰ বুলি। মই যে আপোনাতকৈ ডাঙৰ সেই কথা নিশ্চয় বুজিব পাৰিছে। সেই কাৰণে আপুনি সদায় মোক সঁচা কথা কব। আৰু মোৰ কথা শুনিব। চাওঁ, মোৰ ফালে চাওক ; ক'তা, চকুৱে চকুৱে চোৱা নাই দেখোন ?"

মোৰ বিহ্বলতা বাঢ়ি গল। তথাপি তেওঁৰ মুখৰ ফালে চকু তুলি চালোঁ। তেওঁ হাঁহিলে ; কিন্তু এই হাঁহি আগৰ হাঁহিতকৈ বেলেগ। এই হাঁহিয়ে প্ৰশ্ৰয় দান কৰে।

"চাওক মোৰ ফালে"—আদৰৰ সুৰত মাত সৰু কৰি তেওঁ কৈ গল, "মোৰ ভাল লাগে। আপোনাৰ চেহেৰা মোৰ ভাল লাগিছে। আমি দুয়ো বেচ বন্ধু হৈ যাম যেন লাগিছে।" তাৰ পাচত হাঁহি সুধিলে, "মোক বাৰু আপোনাৰ ভাল লাগিছেনে ?"

"ৰাজকুমাৰী........"

মই এইদৰে কবলৈ ওৰা পাতি লওঁতেই তেওঁ মুখতে ধৰি কলে, "প্ৰথমতে, আপুনি মোক জিনাইডা আলেকজেন্দ্ৰোভনা

বুলিয়েই মাতিব। দ্বিতীয়তে লৰাবোৰৰ...মানে ডেকাবোৰৰ ( নিজকে শুধৰাই ল'লে তেওঁ ) মনৰ কথা পোনপতীয়াকৈ কব নোৱাৰাটো কিযে এটা বেয়া অভ্যাস ! মোৰ অসহ্য হয়। বুঢ়াই তেনে কৰিলেহে ভাল দেখি। সঁচাকৈয়ে আপোনাৰ মোক ভাল লগা নাই নেকি ?"

তেওঁৰ মন-খোলা কথাই মোক উতলা কৰিছিল সঁচা, কিন্তু লগে লগে নিজকে বৰ সৰু যেন লাগিছিল। তেওঁ যে এটা কেঁচুৱা লৰাৰ লগত কথা কোৱা নাই, তাকে তেওঁক বুজাবলৈ অধীৰ হৈ মই গম্ভীৰভাৱে কলোঁ,

"জিনাইডা আলেকজেন্দ্ৰোভনা, আপোনাক মোৰ ভাল লাগিছে ; খুব ভাল লাগিছে। আৰু এই কথা গোপন কৰাৰ ইচ্ছা মোৰ নাই।"

মোৰ ফালে চাই চাই তেওঁ জান-নেজানকৈ মূৰটো হুপিয়ালে। তাৰ পাচ্ত হঠাতে মোক সুধি পেলালে, "আপোনাৰ কোনোবা গৃহশিক্ষক আছে নেকি ?"

"বহুত দিন আগৰেপৰা মোৰ গৃহ-শিক্ষক নাই।"—মই কলোঁ। অৱশ্যে মিছা কথাকে কলোঁ, কাৰণ মোৰ শেষ ফৰাচী শিক্ষকজনে বিদায় লোৱা এমাহো হোৱা নাছিল।

"অ, তেন্তে আপুনি তো বেচ ডাঙৰেই হল।"

তাৰ পাচত মোৰ আঙুলিত আলস্থৱা আঘাত কৰি তেওঁ কলে, "হাত দুটা পোনকৈ ৰাখক।" আকৌ খুব মনোযোগেৰে তেওঁ উলৰ জঁট ভঙাত লাগিল।

তলমূৰকৈ তেওঁ কাম কৰি গৈছিল। এই সুযোগতে মই তেওঁক ভালকৈ চোৱাত লাগিলোঁ—প্ৰথমে চোৰৰ দৰে, পিচত আৰু সাহসী হৈ। তেওঁৰ মুখখন আগ দিনা দেখাতকৈও বেছি ৰমণীয় যেন লাগিল। প্ৰতি অংগই কিমান কোমল—ধুনীয়া। কি ৰূপৰ পোহৰ ! কি সুন্দৰ ! খিৰিকিৰ ফালে পিঠি দি বহিছিল তেওঁ। খিৰিকিত আছিল এখন বগা পৰ্দা আৰু সেই পৰ্দা ভেদ কৰি পোহৰ আহি



আলফুলে পৰিছিলহি তেওঁৰ পাখীৰ নিচিনা কোমল সোণোৱালী চুলিত, ধুনীয়া ডিঙিত, গলধনত আৰু বহল কোমল বুকুৰ ওপৰত।

মই তেওঁৰ ফালে ভালকৈ চালোঁ। মনত হল, তেওঁ যেন কিমান আপোন মোৰ, তেওঁ যেন কিমান দিনৰ, কিমান কালৰ চিনাকি মোৰ ! মনত হল, তেওঁৰ লগত দেখা হোৱাৰ আগলৈকে মই একো নাজানিছিলোঁ—জীয়াই থাকিও মই জীয়াই থকা নাছিলোঁ।....তেওঁ পিন্ধি আছিল, পিন্ধি-পিন্ধি-লেতেৰা-হোৱা এটা ডাঠ ৰঙৰ গাউন আৰু এপ্ৰন। যদি সেই গাউনৰ, সেই এপ্ৰনৰ ভাঁজে ভাঁজে এবাৰ হাত বুলাবলৈ পাওঁ ! গাউনৰ তলেদি তেওঁৰ জোতাৰ আগ দেখা গৈছিল। সেই জোতাৰ আগত দীঘল দি পৰিবৰ মন গৈছিল মোৰ।......মনে মনে ভাবিলোঁ, "এয়া মই বহি আছোঁ তেওঁৰ আগত। তেওঁৰ লগত আজি মোৰ চিনাকি....হে ভগবান !" কিবা এক আনন্দত বহাৰঁপৰা প্ৰায় জঁপিয়াই উঠিব খুজিছিলোঁ মই ! কিন্তু মাত্ৰ ভৰি দুটা জোকাৰি-বলৈ ধৰিলোঁ,—ঠিক যেনেকৈ লোভ লগা কিবা খাবলৈ পালে শিশুৱে ভৰি জোকাৰে।

যিমান সহজভাৱে মাছ পানীত থাকে, ঠিক সিমান সহজভাৱেই বহি আছিলোঁ মই। গোটেই জীৱন যদি থাকিবলৈ পালোঁহেতেন সেই ঘৰত, সেই চকিত বহি !

আধা-মেলা চকুৰ পতা লাহে লাহে ওপৰলৈ উঠিল। আকৌ তেওঁৰ উজ্জ্বল চকু দুটি জিলিকি উঠিল, আকৌ তেওঁ মিচিক্কৈ হাঁহিলে !

মোৰ ফালে আঙুলিৰে দেখুৱাই তেওঁ কলে, "কেনেকৈ চাইছে মোৰ ফালে !"

মই লাজত ৰঙা-চঙা পৰি গলোঁ। হঠাতে ভাৱ হল—এওঁ সকলো বুজিব পাৰে, সকলো দেখে। আৰু নুবুজিবই বা কিয় !

হঠাৎ দাঁতিৰ কোঠাটোত এটা শব্দ শুনা গল—তৰোৱালৰ জনজননিৰ শব্দ।

ড্ৰয়িংৰুমৰপৰা ৰাজকুমাৰী জাচেকিনাই মাতিলে, "জিনা, বেলোভজোবোভে তোমাৰ কাৰণে এটা মেকুৰী পোৱালি আনিছে।"

"মেকুৰী পোৱালি!" বিস্ময়ত চিঞৰি দিলে জিনাইডাই। লৰালৰিকৈ বহাৰপৰা উঠি উলৰ গুলীটো মোৰ কোলাত দলি মাৰি পেলাই তেওঁ দৌৰি ওলাই গল।

ময়ো বহাৰপৰা উঠিলোঁ, খিৰিকিৰ দাঁতিত উলৰ গুলীটো থৈ ড্ৰয়িংৰুমত সোমালোঁ। সোমায়েই হতভম্ব হৈ বৈ গলোঁ। কোঠাটোৰ ঠিক সোঁ মাজতে মজিয়াৰ ওপৰত ঠেং মেলি পৰি আছিল এটা কোঁচ-মোচ খোৱা মেকুৰী পোৱালি, আৰু জিনাইডাই আঁঠু কাঢ়ি বহি মেকুৰী পোৱালিৰ মূৰটো সাৱধানে নিজৰ হাতত তুলি লৈছিল। ৰাজকুমাৰী জাচেকিনাৰ ওচৰতে, দুই খিৰিকিৰ মাজৰ ঠাইখিনি জুৰি থিয় হৈ আছিল এজন ডেকা, এজন হুচাৰ—সুদৰ্শন চেহাৰা তাৰ, কেকোঁৰা চুলি, ৰঙা মুগা ডাঙৰ ডাঙৰ চকু।

"কিমান ভাল পোৱালিটো!" বাৰে বাৰে কবলৈ ধৰিলে জিনাইডাই, ইয়াৰ চকু দুটা ছাই-ৰঙী নহয়—সেউজীয়াহে। আৰু চোৱা, চোৱা, কিমান ডাঙৰ তাৰ কাণ দুখন। ভিক্টৰ ইয়েগোৰিচ, ধন্যবাদ, বহুত ধন্যবাদ। আপুনি খুব ভাল।"

হুচাৰজনে মিচিকীয়াই হাঁহি কেৱল অভিবাদন কৰিলে। ঘোঁৰা খেদিবলৈ জোতাত লগোৱা কাঁইটবোৰৰ কিট্ কৰে শব্দ হল অভিবাদন কৰোঁতে আৰু তৰোৱালৰ খাপৰ ধতুৰে তৈয়াৰী আঙঠিবোৰ বাজি উঠিল টিং টিং কৰি। এওঁক মই চিনি পাইছিলোঁ। আগদিনা দেখা ডেকাবোৰৰ ভিতৰৰে এৰোঁ এজন।

"ডাঙৰ ডাঙৰ কাণ থকা মেকুৰী পোৱালিৰ কথা কালি কৈছিল আপুনি....সেই কাৰণে আনিছোঁ। আপোনাৰ মুখৰ কথাই হুকুম,—এই বুলি তেওঁ আকৌ এবাৰ সসম্ভ্ৰমে অভিবাদন কৰিলে।

মেকুৰী পোৱালিটোৱে মিউ মিউ কৰি মজিয়াখন শুঙিবলৈ ধৰিলে।



'ভোক লাগিছে অ' বেচেৰাৰ'—চিঞৰি দিলে জিনাইডাই, 'বোনিফাটি, চোনিয়া, বেগেতে গাখীৰ অকণমান লৈ আহ।'

হাতত এপিয়লা গাখীৰ লৈ চকৰণী আহিল। এটা জীৰ্ণ পোচাক পিন্ধি আহিছিল তাই, ডিঙিত এখন ৰং যোৱা ৰুমাল। পিয়লাটো আগত থওঁতেই পোৱালিটো চক খাই উঠিল, চকু দুটা সৰু কৰি লৈ চপ্ চপ্ কৰে গাখীৰখিনি খাই পেলালে।

মজিয়াই প্ৰায় মূৰ লগাই, পোৱালিটোৰ মুখৰ তলেদি জুমি জুমি চাই জিনাইডাই কলে, "কিমান ধুনীয়া গোলাপী ৰঙৰ জিভা ইয়াৰ।"

পোৱালিটোৱে এপেট খাই লৈ ঘৰ্ ঘৰ্ কৰিবলৈ ধৰিলে—সমুখৰ ভৰি দুটা ওপৰলৈ তুলি, তললৈ নমাই, কিবাখন কৰিবলৈ ধৰিলে। জিনাইডা এইবাৰ উঠিল, চাকৰণীৰ ফালে চাই নিস্পৃহভাৱে কলে, লৈ যা ইয়াৰপৰা এইটোক"

বেঙাৰ দৰে হাঁচি মাৰি টান ইউনিফৰ্ম পিন্ধা বিৰাট শৰীৰটো অলপ ভাঙি হুচাৰটোৱে কলে "মেকু[illegible] [illegible] লৈ অহাৰ কাৰণে এবাৰ আপোনাৰ হাতখনত চুমা [illegible]"

"এখনত কিয় দুয়োখন হাততেই"—এই বুলি জিনাইডাই নিজৰ হাত দুখন তাৰ ফালে আগুৱাই দিলে। হুচাৰটোৱে হাতত চুমা খোৱা সময়ত জিনাইডাই ডিঙি ভাঙি এবাৰ মোৰ ফালে চালে।

মই অলৰ অচৰ হৈ থিয় হৈ থাকিলোঁ। হাঁহিম, নে কান্দিম, নে মনে মনে থাকিম—একো ঠিক কৰিব নোৱাৰিলোঁ। হঠাৎ খোলা দুৱাৰেদি বাহিৰত দেখিবলৈ পালোঁ আমাৰ চাকৰ ফিওডোৰে মোক হাত বাউল দি মাতিছে! যন্ত্ৰৰ দৰে মই তাৰ ফালে আগুৱাই গলোঁ।

সুধিলোঁ—"কি হ'ল?"

সি ফুচ্ফুচাই কলে, "আপোনাৰ মা[illegible] [illegible] মাতি পঠিয়াইছে। ৰাজকুমাৰীৰ উত্তৰ [illegible] [illegible]ৰ কাৰণে তেখেতৰ খুব খং উঠিছে"

"কিয়, বহুত সময় আছোঁ নেকি ইয়াত ?"

"এঘণ্টাৰ বেছি হ'ব।"

"এ—ক্ ঘ—ণ্টা !" মই নিজে নজনাকৈয়ে কথাকিটা ওলাই গল। তাৰ পাচত লৰালৰিকৈ ড্ৰয়িং-ৰুমলৈ ঘূৰি আহি বিদায় মাগিবৰ কাৰণে ভৰি দুটা সশব্দে ঘঁহি অভিবাদন আৰম্ভ কৰিলোঁ।

ছুচাৰটোৰ কান্ধৰ ওপৰেদি মোৰ ফালে চাই জিনাইডাই সুধিলে, "ক'লৈ যায় আপুনি ?"

"ঘৰলৈ যাব লগে।" তাৰ পাচত বুঢ়ীৰ ফালে ঘূৰি চাই কলোঁ, "তেন্তে মাক গৈ কম যে এক ৰজাৰ পিচত যি কোন সময়ত আপুনি আমাৰ ঘৰলৈ আহিব ?"

"এৰা বোপাই, তাকে ক'বা।"

এই বুলি ৰাজকুমাৰী জাচেকিনাই লৰালৰিকৈ নস্তিৰ টেমাৰপৰা নস্তি লৈ নাকত দি ইমান শব্দ কৰি উশাহ টানিলে যে মই সঁচাসঁচিকৈ ভয় খাই উঠিলোঁ। তাৰ পাচত সশব্দে গল হেকাৰি মাৰি পানী ভৰা চকু টিপিয়াই টিপিয়াই তেওঁ কলে, "এৰা, তেখেতক তাকে কবা।"

মই আৰু এবাৰ মূৰ দোঁৱাই অভিবাদন কৰিলোঁ। তাৰ পাচত গোবোৱাৰ ওপৰত পাক খাই ঘূৰি, এক অস্বস্তিভৰা মন লৈ তাৰপৰা ওলালোঁ। পিচৰপৰা সকলোৱে চাই থাকিলে সৰু লৰাই যেনেকুৱা অস্বস্তি অনুভৱ কৰে, ঠিক তেনেকুৱা অস্বস্তি।

"আকৌ আহি মোৰ লগত দেখা কৰিব কিন্তু"—এই বুলি জিনাইডাই আকৌ হাঁহি দিলে।

"এওঁ ইমান হাঁহে কিয় ?"—ফিওডোৰৰ লগত ঘৰলৈ ঘূৰোঁতে বাটে বাটে এই কথাকে মই বাৰে বাৰে ভাবি গৈছিলোঁ। ফিওডোৰে কোনো সা-শব্দ নকৰি মোৰ লগত গৈ আছিল। তথাপি ভালকৈ বুজিব পাৰিছিলোঁ এইবোৰ সি একেবাৰে ভাল পোৱা নাই। মোৰ মায়ে মোক গালি পাৰিলে। ৰাজকুমাৰীৰ ঘৰত ইমান পৰ



কটোৱাত মা অবাক হৈছিল। মই কোনো কথা নকৈ কোঠাত সোমালোঁগৈ। হঠাতে এক গভীৰ বিষাদে মনটো আৱৰি ধৰিলে। কান্দোন চেপি ৰখাৰ চেষ্টা কৰিলোঁ।...বুজিলোঁ ছুচাৰটোক মই ঈৰ্ষাৰ চকুৰে চাবলৈ ধৰিছোঁ।

৫

কথা দিয়া মতেই ৰাজকুমাৰী জাচেকিনা মাক দেখা কৰিবলৈ আহিল। মায়ে কিন্তু তেওঁক ভাল নাপালে। তেওঁ মাক লগ পোৱা সময়ত মই নাছিলোঁ। কিন্তু সেইদিনা ৰাতি খোৱাৰ সময়ত মায়ে দেউতাক কোৱা মনত আছে "ৰাজকুমাৰী জাচেকিনা অতি নিম্ন স্তৰৰ তিৰোতা। তেওঁৰ কাৰণে ৰাজকুমাৰ চেৰ্গেইক গৈ অনুৰোধ কৰিবলৈ মোক জোক লগাদি লাগিছে। ভদ্ৰমহিলা বহুত মামলা মোকৰ্দমাত জড়িত হৈও আছে—না না লেতেৰা টকা-পইচাৰ মোকৰ্দমা—মামলা-মোকৰ্দমাত একেবাৰে পকা তিৰোতা।" ইয়াৰ পিচত মায়ে কৈছিল যে তাৰ পিচদিনাই ৰাজকুমাৰী আৰু জীয়েকক ৰাতি খাবলৈ মতাৰ কথা (তেওঁৰ জীয়েক বুলি কোৱা শুনাৰ লগে লগে মোৰ মূৰ থালৰ ওপৰত গুজি দিলোঁ); কাৰণ হেজাৰ হলেও চুবুৰীয়া আৰু পৰিয়ালটোৰ পদ-মৰ্য্যাদাও আছে। সকলো কথা শুনি দেউতাই কলে যে তেওঁ ভদ্ৰমহিলাক চিনিব পাৰিছে। দেউতা সৰু থাকোঁতেই ৰাজকুমাৰ জাচেকিনাক চিনি পাইছিল। ৰাজকুমাৰৰ শিক্ষা-দীক্ষা ভালেই আছিল, কিন্তু মানুহজন অতি অপদাৰ্থ আছিল। আৰু সেই কাৰণে সমাজত তেওঁ 'পেৰিৰ ডাঙৰীয়া' বুলি জনাজাত আছিল। তেওঁৰ ধন-সম্পত্তি আছিল অলেখ, কিন্তু জুৱা-খেলত, লগাইছিল। তাৰ পাচত কিবা এক কাৰণত, খুব সম্ভৱ টকাৰ কাৰণেই, তেওঁ বিয়া কৰালে এক অতি সাধাৰণ চাকৰিয়ালৰ ছোৱালীক—যদিও তাতকৈ

"কিয়, বহুত সময় আছোঁ নেকি ইয়াত ?"

"এঘণ্টাৰ বেছি হ'ব।"

"এ—ক্ ঘ—ণ্টা !" মই নিজে নজনাকৈয়ে কথাকিটা ওলাই গল। তাৰ পাচত লৰালৰিকৈ ড্ৰয়িং-ৰুমলৈ ঘূৰি আহি বিদায় মাগিবৰ কাৰণে ভৰি ছুটা সশব্দে ঘঁহি অভিবাদন আৰম্ভ কৰিলোঁ।

হুচাৰটোৰ কান্ধৰ ওপৰেদি মোৰ ফালে চাই জিনাইডাই সুধিলে, "ক'লৈ যায় আপুনি ?"

"ঘৰলৈ যাব লগে।" তাৰ পাচত বুঢ়ীৰ ফালে ঘূৰি চাই কলোঁ, "তেন্তে মাক গৈ কম যে এক বজাৰ পিচত যি কোনো সময়ত আপুনি আমাৰ ঘৰলৈ আহিব ?"

"এৰা বোপাই, তাকে ক'বা।"

এই বুলি ৰাজকুমাৰী জাচেকিনাই লৰালৰিকৈ নস্যিৰ টেমাৰপৰা নস্যি লৈ নাকত দি ইমান শব্দ কৰি উশাহ টানিলে যে মই সঁচাসঁচিকৈ ভয় খাই উঠিলোঁ। তাৰ পাচত সশব্দে গল হেকাৰি মাৰি পানী ভৰা চকু টিপিয়াই টিপিয়াই তেওঁ কলে, "এৰা, তেখেতক তাকে কবা।"

মই আৰু এবাৰ মূৰ দোঁৱাই অভিবাদন কৰিলোঁ। তাৰ পাচত গোবোৰাৰ ওপৰত পাক খাই ঘূৰি, এক অস্বস্তিভৰা মন লৈ তাৰপৰা ওলালোঁ। পিচৰপৰা সকলোৱে চাই থাকিলে সৰু লৰাই যেনেকুৱা অস্বস্তি অনুভৱ কৰে, ঠিক তেনেকুৱা অস্বস্তি।

"আকৌ আহি মোৰ লগত দেখা কৰিব কিন্তু"—এই বুলি জিনাইডাই আকৌ হাঁহি দিলে।

"এওঁ ইমান হাঁহে কিয় ?"—ফিওডোৰৰ লগত ঘৰলৈ ঘূৰোঁতে বাটে বাটে এই কথাকে মই বাৰে বাৰে ভাবি গৈছিলোঁ। ফিওডোৰে কোনো সা-শব্দ নকৰি মোৰ লগত গৈ আছিল। তথাপি ভালকৈ বুজিব পাৰিছিলোঁ এইবোৰ সি একেবাৰে ভাল পোৱা নাই। মোৰ মায়ে মোক গালি পাৰিলে। ৰাজকুমাৰীৰ ঘৰত ইমান পৰ



কটোৱাত মা অবাক হৈছিল। মই কোনো কথা নকৈ কোঠাত সোমালোঁগৈ। হঠাতে এক গভীৰ বিষাদে মনটো আৱৰি ধৰিলে। কান্দোন চেপি ৰখাৰ চেষ্টা কৰিলোঁ।...বুজিলোঁ হুচাৰটোক মই ঈৰ্ষাৰ চকুৰে চাবলৈ ধৰিছোঁ।

৫

কথা দিয়া মতেই ৰাজকুমাৰী জাচেকিনা মাক দেখা কৰিবলৈ আহিল। মায়ে কিন্তু তেওঁক ভাল নাপালে। তেওঁ মাক লগ পোৱা সময়ত মই নাছিলোঁ। কিন্তু সেইদিনা ৰাতি খোৱাৰ সময়ত মায়ে দেউতাক কোৱা মনত আছে "ৰাজকুমাৰী জাচেকিনা অতি নিম্ন স্তৰৰ তিৰোতা। তেওঁৰ কাৰণে ৰাজকুমাৰ চেৰ্গেইক গৈ অনুৰোধ কৰিবলৈ মোক জোক লগাদি লাগিছে। ভদ্ৰমহিলা বহুত মামলা মোকৰ্দমাত জড়িত হৈও আছে—না না লেতেৰা টকা-পইচাৰ মোকৰ্দমা—মামলা-মোকৰ্দমাত একেবাৰে পকা তিৰোতা।" ইয়াৰ পিচত মায়ে কৈছিল যে তাৰ পিচদিনাই ৰাজকুমাৰী আৰু জীয়েকক ৰাতি খাবলৈ মতাৰ কথা (তেওঁৰ জীয়েক বুলি কোৱা শুনাৰ লগে লগে মোৰ মূৰ থালৰ ওপৰত গুজি দিলোঁ); কাৰণ হেজাৰ হলেও চুবুৰীয়া আৰু পৰিয়ালটোৰ পদ-মৰ্য্যাদাও আছে। সকলো কথা শুনি দেউতাই কলে যে তেওঁ ভদ্ৰমহিলাক চিনিব পাৰিছে। দেউতা সৰু থাকোঁতেই ৰাজকুমাৰ জাচেকিনাক চিনি পাইছিল। ৰাজকুমাৰৰ শিক্ষা-দীক্ষা ভালেই আছিল, কিন্তু মানুহজন অতি অপদাৰ্থ আছিল। আৰু সেই কাৰণে সমাজত তেওঁ 'পেৰিৰ ডাওৰীয়া' বুলি জনাজাত আছিল। তেওঁৰ ধন-সম্পত্তি আছিল অলেখ, কিন্তু জুৱা-খেলত, লগাইছিল। তাৰ পাচত কিবা এক কাৰণত, খুব সম্ভৱ টকাৰ কাৰণেই, তেওঁ বিয়া কৰালে এক অতি সাধাৰণ চাকৰিয়ালৰ ছোৱালীক—যদিও তাতকৈ

ভাল ঘৰৰ ছোৱালী তেওঁ পালেহেতেন। ইয়াকে কৈ দেউতাই চেঁচা চাৱনিৰে মালৈ চালে। তাৰ পিচত বোলে ভদ্ৰলোক বাজী ৰখা খেলত নামি অলপ সময়ৰ ভিতৰতে ফকীৰ হল।

মায় কলে, "এওঁবিলাকে আকৌ টকা পইচা ধাৰলৈ নিবিচাৰিলেই হয়।"

নিৰ্বিকাৰভাৱে দেউতাই কলে, "বিচাৰিব পাৰে অৱশ্যে। আচ্ছা, তেওঁ ফৰাচী ভাষাত কথা-বাৰ্তা ক'ব পাৰেনে ?

কয়, কিন্তু বাৰে পাচি ভুল।"

"বাৰু হওক; তেওঁৰ জীয়েককো মাতিছা নহয় ? শুনিছোঁ ছোৱালীজনী ভাল—শিক্ষিতাও।"

"তেন্তে ছোৱালীজনী মাকৰ নিচিনা নহয় ?"

"বাপেকৰ নিচিনাও নহয়'; দেউতাই কলে, 'কাৰণ সুশিক্ষিত হলেও বাপেক আছিল একেবাৰে নিৰ্বোধ।"

এটা হুমুনিয়া পেলাই মা যেন কিবা চিন্তাত নিমগ্ন হল। দেউতায়ো আৰু কোনো কথা নকলে। মই এই কথা-বাৰ্তাৰ সময়খিনিত বৰ অস্বস্তি অনুভৱ কৰিছিলোঁ।

খোৱাৰ পাচত মই বাগিচালৈ গলোঁ বন্দুক—নোলোৱাকৈয়ে গলোঁ। মনে মনে শপত খাইছিলোঁ—জাচেকিনাৰ বাগিচাৰ ওচৰলৈ আৰু নাযাওঁ। কিন্তু কি যেন এটা বাধা দিব নোৱাৰা শক্তিয়ে মোক তেওঁলোকৰ বাগিচাৰ ওচৰলৈ টানি লৈ গল। আৰু সিও এনেয়ে নহয়। বেৰখনৰ ওচৰ চাপোঁতেই মই দেখিবলৈ পালোঁ জিনাইডাক। এইবাৰ তেওঁ অকলে। তেওঁৰ হাতত আছিল এখন কিতাপ। লাহে লাহে খোজ কাঢ়িছিল। মোক দেখা নাছিল।

তেওঁক চকুৰে নেদেখা নোহোৱালৈকে গৈ থাকিবলৈকে দিছিলোঁ। হঠাৎ সাৱধান হৈ অকণমান কাহ এটা মাৰিলোঁ।

ততালিকে তেওঁ ঘূৰি ৰ'ল। গলধনৰ ওপৰত থকা ঘূৰণীয়া



টুপীৰ বহল নীলা ফিটাডাল অলপ আঁতৰাই লৈ মিচিকি হাঁহিৰে তেওঁ মোলৈ চালে, তাৰ পাচত আকৌ কিতাপত চকু দিলে।

মোৰ টুপীটো মই খুলি পেলালোঁ। তাৰ পাচত তাতে ঘূৰা-ঘূৰি কৰি গধুৰ হিয়াৰে উভতি আহিলোঁ। ভগৱানে জানে হঠাতে কিয় ফৰাচী ভাষাত কৈ উঠিলোঁ, "Que suis-je pour elle ?" [ তেওঁৰ ওচৰত মোৰনো কি দাম ? ]

হঠাৎ মোৰ পিচফালে ভৰিৰ খোজ শুনিবলৈ পালোঁ। ঘূৰি চাই দেখোঁ, দেউতা সাধাৰণতে অহাদি বেগাবেগিকৈ মোৰ ফালেই আহিছে।

"এৰেঁই ৰাজকুমাৰী জাচেকিনাৰ ছোৱালী নেকি ?"—দেউতাই মোক সুধিলে।

"হয়!"

"অ', তেন্তে তুমি চিনি পোৱা ?"

"ৰাতিপুৱা তেওঁলোকৰ ঘৰত তেওঁৰ সৈতে চিনাকি হৈছে।"

দেউতা অকণমান ৰল, তাৰ পাচত হঠাতে ঘূৰি ওলোটা ফালে গুচি গল। জিনাইডাৰ ওচৰ পায়েই তেখেতে সসম্ভ্ৰমে অভিবাদন জনালে, জিনাইডায়ো প্ৰতি অভিবাদন জনালে। কিন্তু মুখত তেওঁৰ আচৰিত হোৱাৰ ভাব ফুটি উঠিল। কিতাপখন তেওঁ চকুৰ আগৰপৰা নমাই নিলে। দেখিলোঁ, তেওঁৰ চকু দুটাই দেউতাক অনুসৰণ কৰিছে। দেউতাৰ সাজ-পাৰত সদায় আছিল এক মাৰ্জিত ৰুচিৰ পৰিচয়। সাধাৰণ সাজ-পাৰকে তেওঁ কৰিছিল, কিন্তু তাতো যেন ফুটি উঠিছিল তেওঁৰ নিজস্ব এক ৰুচিবোধ। কিন্তু তেওঁৰ সুঠাম দেহত যি সৌন্দৰ্য্য মই সেইদিনা দেখিছিলোঁ, সেই সৌন্দৰ্য্য আন কোনো দিনেই কেতিয়াও দেখা নাই। তেওঁৰ সামান্য পাতলীয়া হোৱা ঢৌ খেলা চুলিৰ ওপৰত টুপীটো ইমান শুৱনিকৈ খাই পৰা মই আন কোনোদিনেই দেখা নাছিলোঁ।

মই জিনাইডাৰ ফালে কেইখোজমান আগুৱাই গলোঁ, কিন্তু

তেওঁ মোৰ ফালে কেৰাহিকৈও নাচালে। কিতাপখন আকৌ চকুৰ ওচৰলৈ তুলি ধৰি তেওঁ লয়লাসে আঁতৰি গ'ল।

৬

গোটেই সন্ধিয়াটো আৰু পিচদিনা পুৱা মই যেন অসাৰ হৈ পৰি ৰলোঁ! মনত আছে, 'কাইডানভ'ৰ কিতাপখন লৈ এবাৰ পঢ়াৰ চেষ্টা কৰিছিলোঁ। কিন্তু সেই বিখ্যাত কিতাপখনৰ গোট গোট আখৰত ছপা কৰা পৃষ্ঠাবোৰ এনেয়েই মোৰ চকুৰ আগত ভাঁহি গুচি গল। "জুলিয়াচ চিজাৰ যুদ্ধক্ষেত্ৰত সৌৰ্য্যৰ কাৰণে বিখ্যাত আছিল"— এই কথাকিটা অন্ততঃ দহবাৰ পঢ়িলোঁ, কিন্তু একোকে নুবুজিলোঁ। উপায় নাপাই কিতাপখন আঁতৰাই থলোঁ। খোৱাৰ কিছু আগতে চুলিত পমেড লগাই আকৌ টাই আৰু ওভাৰকোট পিন্ধি ললোঁ।

মায়ে সুধিলে, "সেইবোৰ পিন্ধিছ কিয় আকৌ? এতিয়াওতো কলেজ পোৱাগৈ নাই, পৰীক্ষাত পাছ কৰিবিনে নাই কোনে জানে? আৰু তোৰ জেকেটটো সিদিনাহে কৰাই দিয়া হৈছিল! সেইটো তেন্তে পেলাই দিবৰ কাৰণে লৈছিলি নেকি?"

মই মৰোঁ-জীওঁকৈ লাহে লাহে কলোঁ, "কিন্তু আজি যে আমাৰ ঘৰলৈ আলহি আহিব।"

"বাজে কথা নকবি। সিহঁত আকৌ আলহি!"

সহি-সামৰি থকাৰ বাহিৰে উপায় নাছিল। ওভাৰকোটৰ সলনি জেকেটটো পিন্ধি ললোঁ, কিন্তু টাইডাল নুখুলিলোঁ। খোৱাৰ আধাঘণ্টা আগতে আহি উপস্থিত হল ৰাজকুমাৰী জাচেকিনা আৰু তেওঁৰ জীয়েক। মোৰ চিনাকি সেই গাউনটোকে জাচেকিনাই পিন্ধি আহিছিল, তাৰ ওপৰত লৈছিল এখন হালধীয়া শ্বাল-কাপোৰ, মূৰত পিন্ধিছিল এটা পুৰণি ধৰণৰ বনেট, তাত লগোৱা আছিল জুইৰঙী ফিটা। তেওঁ আহিয়েই আৰম্ভ কৰিলে তেওঁৰ টকা-পইচা, দলিল



আদিৰ কথা—লগে লগে মাজে মাজে হুমুনিয়া আৰু নিজৰ দাৰিদ্ৰ্যৰ কথা; একো লাজ-কাজ নোহোৱাকৈ তেওঁ একোবাৰ সশব্দে নস্যি লৈছিল, কেতিয়াবা চকিত বহি থকা অৱস্থাতে ছটফট কৰিছিল—যেন তেওঁ নিজৰ ঘৰতহে বহি আছিল। তেওঁ যে এগৰাকী ৰাজকুমাৰী, সেই কথাও হয়তো তেওঁৰ মনত নাছিল। আনফালে জিনাইডাৰ আচৰণত আছিল এটা কঠোৰ ভাব, প্ৰায় এটা গৰ্বিত ভংগি—আচল ৰাজকুমাৰী যেন লাগে। এটা স্বভাৱজাত গাম্ভীৰ্য্য ফুটি উঠিছিল তেওঁৰ মুখত। তেওঁৰ চাৱনি, তেওঁৰ হাঁহি—সকলো নতুন যেন লাগিছিল সেইদিনা। চিনি নোপোৱা যেন লাগি গৈছিল। তথাপি এই ৰূপতো তেওঁক মই কম ধুনীয়া দেখা নাছিলোঁ। পাতল নীলা ফুল পকা পাণ্ডুলীয়া চিল্কৰ গাউন পিন্ধি আহিছিল জিনাইডাই। আৰু তেওঁৰ নিস্পৃহ মুখৰ ভাবৰ লগত মিল ৰাখিয়েই যেন বিলাতী ধৰণে দুই গাললৈ নামি আহিছিল আঙঠিৰ দৰে পাক খোৱা চুলি। খোৱাৰ সময়ত দেউতা জিনাইডাৰ কাষতে বহিল। মাজে মাজে দেউতাই তেওঁৰ মুখৰ ফালে চাইছিল আৰু তেৰোঁ চাইছিল দেউতালৈ। তেতিয়া তেওঁৰ চাৱনিত এক অদ্ভুত ভাব লক্ষ্য কৰিছিলোঁ। তেওঁ ফৰাচী ভাষাতে কথা কৈছিল। মনত আছে, জিনাইডাৰ বিশুদ্ধ উচ্চাৰণ শুনি মই অবাক হৈ গৈছিলোঁ। আগৰ দৰেই, খোৱাৰ সময়তো ৰাজকুমাৰী জাচেকিনাৰ ব্যৱহাৰত কোনো ভদ্ৰতাৰ চাপ নাছিল। তেওঁ খুব খালে আৰু খাওঁতে ৰন্ধাবঢ়া ভাল বুলি প্ৰশংসাও কৰিলে। তেওঁৰ ব্যৱহাৰত মা বিৰক্ত হৈ পৰিছিল দেখাদেখিকৈয়ে। সকলো কথাৰে উত্তৰ দিওঁতে মাৰ মুখত অশ্ৰদ্ধা ফুটি উঠিছিল। কেতিয়াবা বিৰক্তিত দেউতায়ো কপাল কোঁচাইছিল। জিনাইডাকো মায়ে ভাল নাপালে।

পিচ দিনা মায়ে কৈছিল: "এনে গপাল ছোৱালীজনী। কি লৈ যে ইমান গপ তাকো নাজানো। দেখিবলৈতো মজদুৰৰ ছোৱালীৰ নিচিনা।"

দেউতাই উত্তৰ দিছিল, "বুজিলোঁ। তাৰ মানে তুমি জীৱনত কেতিয়াও মজতুৰৰ ছোৱালী দেখা নাই।"

"ভাল হৈছে..."

"ভাল তো হৈছেই, কিন্তু দেখা নাই যেতিয়া সিহঁতৰ বিষয়ে মন্তব্য কৰিছা কিয় ?"

সেই দিনা জিনাইডাই মোক কোনো সুবিধাকে নিদিলে। খোৱাৰ অলপ পাচতে তেওঁলোকে বিদায় ললে।

দেউতা আৰু মাৰ ফালে চাই জাচেকিনাই টানি টানি কলে: 'মাৰিয়া নিকলাইভনা আৰু পিয়টৰ ভাচিলিচ, তেন্তে আপোনাৰ সহায় আশা কৰিম। অৱস্থাটো বুজক। এসময়ত সকলো আছিল, আজি একো নাই। এয়া মই—সেই মাননীয়া ৰাজকুমাৰী ( বুলি এটা অস্বস্তিৰ হাঁহি মাৰিলে )—খোৱাৰ কাৰণেই যদি যোগাৰ নহয়, তেন্তে মান-সম্মান ধুই খামনেকি ?"

তেওঁক সম্ভ্ৰমেৰে অভিবাদন কৰি দেউতাই আগফালৰ দুৱাৰলৈকে আগুৱাই দিলে। আৰু মই সৰু জেকেটটো পিন্ধি মাটিলৈ চাই থিয় হৈ থাকিলোঁ—ফাঁচিৰ আচামীৰ দৰে। জিনাইডাৰ সেইদিনাৰ ব্যৱহাৰত মই বিপদত পৰিছিলোঁ! সেই কাৰণে কিমান যে আচৰিত হৈছিলোঁ মই, যেতিয়া তেওঁ মোৰ ওচৰেদি যাওঁতে ফুচফুচাই কৈ গ'ল—"আজি সন্ধ্যা আঠ বজাত আমাৰ ঘৰলৈ আহিব—আহিবই দেই...."

তেওঁৰ ফালে মাত্ৰ হাত দুটা আগবঢ়াই দিছিলোঁ—কিন্তু তাৰ আগতে মূৰত এখন বগা স্কাৰ্ফ লৈ তৈওঁ গুচি গৈছিল।

৭

ঠিক আঠ বজাত ৰাজকুমাৰীৰ ঘৰৰ আগফালৰ কোঠাটোত সোমাই পৰিলোঁগৈ। মই ওভাৰকোট পিন্ধি গৈছিলোঁ আৰু চুলিবোৰ ব্ৰাচ কৰি মাজত এটা ঢৌ তুলি লৈ গৈছিলোঁ। তেওঁবিলাকৰ বুঢ়া



চাকৰটো এখন বেঞ্চত বহি আছিল। এটা আমনি-পোৱা-ভাৰ-ফুটি-উঠা চাৱনিৰে মোলৈ চাই অনিচ্ছাৰে সি থিয় হল। ড্ৰয়িংৰুমপৰা হাঁহি-ধেমালিৰ মাত-কথা ভাঁহি আহিছিল। দুৱাৰখন খুলি ভিতৰলৈ সোমাবলৈ গৈ অবাক হৈ পিচুৱাই আহিলোঁ। ঘৰৰ ঠিক মাজতে এখন চকিৰ ওচৰত থিয় হৈ ৰাজকুমাৰী জিনাইডা। তেওঁৰ হাতত এটা মতা মানুহৰ টুপী। চকিখনৰ চাৰিও ফালে থিয় হৈ আছে পাঁচজন পুৰুষ। প্ৰত্যেকেই সেই টুপীটোৰ ভিতৰত হাত সুমাবলৈ যত্ন কৰিছে, আৰু জিনাইডাই টুপীটো ওপৰত দাঙি ধৰি জোৰেৰে জোকাৰিছে। মোক দেখিবলৈ পাই তেওঁ চিঞৰি কলে: "ৰ'ব, ৰ'ব ; আমাৰ আৰু এজন নতুন আলহি আহিছে। তেখেতকো এটা টিকট দিব লাগিব।" এই বুলি হঠাতে চকিৰপৰা নামি পৰিল। তাৰ পাচত মোক মোৰ কোটৰ হাতত ধৰি টানি নি কলে: "আহক, তাত থিয় হৈ আছে কিয় ? মঁচিয়ে, আহক, এখেতৰ লগত আপোনালোকক চিনাকি কৰি দিওঁ। এওঁ হৈছে আমাৰ চুবুৰীয়াৰ সৰা মঁচিয়ে ভোলডেমাৰ।" তাৰ পাচত মোৰ ফালে ঘূৰি চাই বাকীবিলাকৰ একোজনক দেখুৱাই কৈ গল: "কাউণ্ট মালেভস্কি ; ডাক্তৰ লুচিন ; কবি মাইডানভ ; অৱসৰপ্ৰাপ্ত কেপ্টেন নিৰ্মাৎস্কি আৰু এখেত হৈছে হুচাৰ বেলোভজোৰভ ; এখেতক আপুনি আগেয়েও দেখিছে। আশাকৰোঁ আপোনালোক সকলো ভাল বন্ধু হব।"

মই ইমান ভেবা লাগি গৈছিলোঁ যে অভিবাদন কৰিবলৈও পাহৰি গৈছিলোঁ। ডাক্তৰ লুচিনক চিনি পাইছিলোঁ। এওঁ সেই কলা চুলিৰ ভদ্ৰলোকজন—যিজনে এদিন বাগিচাত থিয় হৈ মোক নিৰ্মম-ভাৱে বিদ্ৰূপ কৰিছিল। আন এটাইকিজনেই মোৰ অচিনাকি।

জিনাইডাই কলে, কাউণ্ট, মঁচিয়ে ভোলডেমাৰক এটা টিকিট লিখি দিয়ক।"

কাউণ্টে আপত্তি দৰ্শাই কলে, "এইটো অন্যায়"। তেওঁৰ কথাত অলপ পোলাণ্ড দেশীয় মানুহৰ সুৰ। দেখাত ধুনীয়া, শ্যামবৰণীয়া,

ফিট্‌ফাট্ ; চকু বুদ্ধিদীপ্ত, পাতল সৰু নাক, সৰু ওঠৰ ওপৰত সৰু গোঁফ। তেওঁ আকৌ কলে, "এওঁতো আমাৰ লগত ফৰ্‌ফিট্‌চ খেলা নাই !"

"অন্যায়, অন্যায়"—একেলগে কৈ উঠিল বেলোভজোৰভ আৰু অৱসৰপ্ৰাপ্ত কেপ্টেনজনে। কেপ্টেনৰ বয়স প্ৰায় ছকুৰি, গোটেই মুখতে অশুৱনি বৰ-আইৰ ডাগ, চুলি নিগ্ৰোৰ দৰে কেকোৰা, কান্ধ ওলমি পৰা ভৰিছুটা অলপ ধেনুভিৰীয়া। এটা সামৰিক বাহিনীৰ কোট তেওঁ পিন্ধি আছিল, তাৰ বুটামবোৰ খোলা, সামৰিক পদবীৰ পৰিচয় পাব পৰা কোনো প্ৰতীক পিন্ধা নাছিল।

"এটা টিকট এখেতক লেখি দিয়ক"—আকৌ কলে জিনাইডাই "এনেকুৱাকৈ কথা নুশুনিলে অসহ্য হয়। মঁচিয়ে ভোলডেমাৰ আজি প্ৰথম আহিছে, এতেকে তেখেতৰ ক্ষেত্ৰত কোনো নিয়ম নাখাটে। ওজৰ আপত্তি মই নুশুনো। যি কৈছোঁ তাকে কৰক।"

এবাৰ কান্ধ জোকাৰি মূৰটো বেঁকা কৰি কাউন্টে তেওঁৰ আঙঠি পিন্ধা বগা আঙুলিৰে এটা কলম ধৰিলে, তাৰ পাচত এটুকুৰা কাগজ ফালি লৈ লিখিলে।

ইতিকিওৰ সুৰত লুচিনে সুধিলে, "মঁচিয়ে ভোলডেমাৰক এবাৰ নিয়মবিলাক বুজাই দিব নালাগে জানো, কি কয় ? এখেত কিবা ভেবা লাগি ৰৈ থকা যেন লাগিছে দেখোন! হেৰি, শুনক ! আমি ফৰ্‌ফিট্‌চ্ খেলিছোঁ। ৰাজকুমাৰী জিনাইডাৰ জৰিমনা হৈছে। যিজনে 'লাকি টিকট'টো পাব তেওঁ ৰাজকুমাৰীৰ হাতত চুমা খাব পাৰিব। কথাটো বুজিলেনে এতিয়া ?"

মই অবাক হৈ কেৱল তেওঁৰ ফালে চাই থাকিলোঁ। ইতি-মধ্যেই ৰাজকুমাৰী আকৌ জাপ মাৰি চকিত উঠি টুপীটো লৰা-বলৈ ধৰিলে আৰু প্ৰত্যেকেই সেইটো ধৰিবলৈ হাত দাঙিলে। তেওঁলোকক দেখি ময়ো।

দীঘল চানেকীয়া, শুকান মুখ আৰু দীঘল বগা চুলি থকা



এজন ডেকাৰ ফালে চাই ৰাজকুমাৰীয়ে কলে, "মাইডানভ, আপুনি কবি, আপুনি উদাৰ হব লাগিব। আপোনাৰ টিকটটো মঁচিয়ে ভোলডেমাৰক দি দিয়ক। তেনেহলে তেখেতে তেখেতৰ নিজৰ আৰু আপোনৰ এই ছয়োটা টিকটৰ কাৰণে ছবাৰ সুযোগ পাব।"

মাইডানভে আপত্তি দৰ্শোৱা ধৰণেৰে এবাৰ মূৰটো জোকাৰিলে—চুলিবোৰ পিচফাললৈ লুটি খাই গল। সকলোৰে শেষত মই টুপীটোৰ ভিতৰত হাত সুমাই এটা ভাঁজ কৰা টিকট তুলি আনিলোঁ। ভাঁজ খুলিলোঁ—দেখিলোঁ, তাত লিখা আছে "চুমা খোৱা।" উস্, মোৰ তেতিয়া....

"বাঃ বাঃ, এখেত জিকিছে"—লগে লগেই চিঞৰি দিলে জিনাইডাই, "খুব, খু-উ-ব ভাল পাইছোঁ মই।" তাৰ পাচত চকিৰপৰা নামি ইমান মৌ-সনা চাৱনিৰে মোলৈ চালে যে মোৰ বুকুত কঁপনি উঠিল। মোক সুধিলে, "আপুনি ভাল পাইছে ?"

"মই.......?"—ফুটা-নুফুটা মাতেৰে কলোঁ।

"আপোনাৰ টিকটটো মোক বেচি দিয়ক।" কাণৰ ওচৰলৈ মুখ আনি হঠাতে বেলোভজোৰভে মোক কলে, "মই আপোনাক এশ ৰুবল দিম।"

মই ছচাৰটোলৈ এনেকুৱা চাৱনিৰে চালোঁ যে জিনাইডাই হাত চাপৰি মাৰি দিলে। আৰু "ঠিক" বুলি চিঞৰি দিলে লুচিনে।

লুচিনে কলে, "কিন্তু এই অনুষ্ঠানৰ গুৰি ধৰোঁতা হিচাপে মই বিচাৰোঁ যে নিয়ম-নীতি ঠিকভাবে পালন কৰা হওক। মঁচিয়ে ভোলডেমাৰ, অলপ আঁঠু কাঢ়ি বহক। এয়ে আমাৰ নিয়ম।"

জিনাইডা মোৰ আগত আহি থিয় হল। মূৰটো এফালে অলপ কাতি কৰি দিলে—যেন মোক আৰু ভালকৈ চাবলৈকে। গৰ্বেৰে নিজৰ হাতটো আগবঢ়াই দিলে মোৰ ফালে। মই গোটেইখন ধুঁৱলি-কুঁৱলী দেখিলোঁ, এটা আঁঠু থৈ বহিবলৈ যাওঁতে ছুই আঁঠু কাঢ়ি বহি পৰিলোঁ। জিনাইডাৰ আঙুলিত মোৰ ওঠ

লগালোঁ, কিন্তু ইমান অনভিজ্ঞৰ দৰে যে তেওঁৰ আঙুলিৰ এটা নখৰ আচোৰ মোৰ নাকত লাগিল।

হাতত ধৰি মোক তুলি দি লুচিনে কলে : "সিমানেই হ'ব।"

ফৰফিট্‌ৰ খেলা চলিবলৈ ধৰিলে। জিনাইডাই মোক তেওঁৰ কাষতে বহুৱালে। কিমান যে অদ্ভুত অদ্ভুত শাস্তি তেওঁৰ মগজে ভাবি উলিয়াবলৈ ধৰিলে! এটা শাস্তি যে তেওঁৰ গাতে পৰিল। খুটা হৈ তেওঁ থিয় হৈ থাকিবলগীয়া হ'ল। দেখিবলৈ আপচু নির্মাৎস্কি হ'ল তেওঁৰ থিয় হোৱা বেদী। নির্মাৎস্কি ওপৰলৈ মুখকৈ শুবলগীয়া হল আৰু মূৰটো বেঁকা কৰি বুকুৰ ওচৰলৈ আনিবলগীয়া হল। এক মুহূর্তৰ কাৰণেও হাঁহি বন্ধ নহল। মই ডাঙৰ দীঘল হৈছোঁ এটা সংযত আচৰণ-বিচৰণত-বিশ্বাসী ভদ্র পৰিয়ালত, শিক্ষা পাইছোঁ এক নিভৃত পৰিৱেশ [illegible] য'ত কোনো অসংযমেই প্রশ্রয় নাপায়। এই গণ্ডগোল [illegible] ল প্রায় আনন্দ-আহ্লাদত. [illegible] ৰা খেলাধূলাত মোৰ মূৰ [illegible] ৰাৰ দৰে ময়ো বলিয়া হৈ পৰিলো। আন সকলোতকৈ বেছি হাঁহিলোঁ মই, বেছি চিঞৰিলোঁ মই—ইমান বেছি যে দাঁতিৰ কোঠাৰপৰা জিনাইডাৰ মাক উঠি আহিছিল কি হৈছে চাবলৈ। তেওঁ তেতিয়া ইভেস্কি গেটৰ এজন অফিচাৰৰ লগত জৰুৰী কথা পাতি আছিল। কিন্তু মই সেইদিনা ইমান উত্তাৰল হৈ গৈছিলোঁ যে কোনে কি কৈছিল আৰু কোনে মোৰ বিষয়ে কি ভাবিছিল সেই বিষয়ে মই নাভাবিলোঁৱেই। আন সকলোতকৈ মোক বেছি আপোন কৰি জিনাইডাই তেওঁৰ ওচৰে ওচৰে ৰাখিলে। এটা শাস্তি মোক দিয়া হ'ল—তেওঁৰ একেবাৰে কাষতে বহিব লাগিব মই আৰু একেখন ৰেচমৰ ওৰণীৰে দুয়োৰে মুখ ঢাকি তেওঁক কব লাগিব মোৰ বুকুৰ গুপুত কথাটি। আজিও মনত পৰে, আমাৰ দুয়োৰে মূৰ কেনেকৈ হঠাতে ঢাকি দিয়া হৈছিল এক সুগন্ধি আপোৰেৰে



আৰু মোৰ উশাহ বন্ধ হৈ আহিছিল তাৰ তলত। মনত পৰে সেই আবৰণৰ তলত তেওঁৰ উজ্জ্বল চকু দুটি জ্বলি উঠিছিল মোৰ নিচেই আগতে, তপত নিশাহ পৰিছিল তেওঁৰ নাওমান মেলা ওঠৰ পৰশ লৈ, চিক্‌মিকাই উঠিছিল তেওৰ দাঁতবোৰ। মনত পৰে, তেওঁৰ চুলিৰ আগ লাগি মোৰ গোটেই গাত শিহৰণ উঠিছিল, এক জুইৰ সোঁতহে যেন বৈ গৈছিল। স্তব্ধ হৈ গৈছিলোঁ মই। তেওঁ অকণমান হাঁহিছিল—ৰহস্যময় হাঁহি। শেষত যেতিয়া তেওঁ ফুচফুচাই মোক কৈছিল—"এতিয়া?"—তেতিয়া মই লাজত একেবাৰে ৰঙা পৰি গৈছিলোঁ। অকণমান হাঁহি উশাহ বন্ধ কৰি মূৰটো ঘূৰাই লৈছিলোঁ। কিছু পৰৰ পিচতে ফৰফিটচ্ খেলি আমনি লাগিল। আৰম্ভ কৰা হ'ল সূতা লৈ খেলা "ইগ্ৰাট্ ভেৰভ চুক" নামৰ আন এবিধ খেলা। মই অকণমান আনমন হৈ পৰোঁতেই হঠাৎ তেওঁ টোকৰ মাৰি দিলে মোৰ আঙুলিৰ আগত। উঃ, কি আনন্দ পাইছিলোঁ তেতিয়া। মনত [illegible] কেনেকৈ আনমনা হোৱাৰ ভাও জুৰিছিলোঁ, [illegible] তুলিবৰ কাৰণেই মোৰ মেলি থোৱা হাতত্খন কেনেকৈ ছুচুকেই

সেইদিনা সন্ধিয়া কিমান যে খেলা কিমান যে ধেমালি আমি নকৰিলোঁ। এবাৰ পিয়ানো বজালোঁ, এবাৰ গান গালোঁ, এবাৰ নাচিলোঁ। নির্মাৎস্কিক ভালুক সজাই নিমখ-পানী খুৱালোঁ। কাউণ্ট মালেভ্‌স্কিয়ে বহুত তাচৰ খেলা দেখুৱালে। শেষ খেলাত তাচবোৰ ছুইণ্ট খেলাৰ কায়দাত ভাঁজ কৰি বিলাই দিলে, কিন্তু এনেকুৱাকৈ বিলালে যে টুৰুপ কৰা টোকিহম তেওঁৰ নিজৰ হাততে পৰিলে। তাকে দেখি লুচিনে তেওঁক অভিনন্দন জনালে। মাইডানভে তেওঁৰ 'খুনী' নামৰ কাব্যৰপৰা কেইফাঁকিমান আবৃত্তি কৰিলে (সাহিত্যত ৰোমাণ্টিক আন্দোলন-ৰ তেতিয়া চৰম প্রকোপ)। তেওঁৰ ইচ্ছা আছিল ক'ল [illegible] তাৰ [illegible] তেওঁৰ নিচিনা ৰঙা ডাঙৰ ডাঙৰ আখৰেৰে নাম লিখি তেওঁ [illegible]

প্ৰকাশ কৰিব। ইভেস্কি গেটৰ অফিচাৰৰ আঁঠুৰ ওপৰৰপৰা টুপীটো আমি মনে মনে লৈ আহিলোঁ। টুপীটো ঘূৰাই দিয়াৰ আগতে আমি তেওঁক 'কাজাক' নাচটো নাচিবলৈ বাধ্য কৰালোঁ। বুঢ়া বোনিফাটিক পিন্ধাই দিয়া হল ছোৱালীৰ টুপী আৰু জিনাইডাই পিন্ধিলে পুৰুষৰ টুপী।....আৰু কিমান কম! কেৱল বেলোভজোৰভ প্ৰায়ে অভিমান কৰি কপাল কোঁচাই বহি থাকিল ঘৰৰ এচুকত।... মাজে মাজে তেওঁৰ চকু ৰঙা হৈ উঠিছিল, মুখো খণ্ডত ৰঙা পৰিছিল। ভাব হৈছিল, হঠাৎ যেন তেওঁ আমাৰ ওপৰত জঁপিয়াই পৰি সকলোকে টুকুৰাটুকুৰ কৰিব। কিন্তু ৰাজকুমাৰী জিনাইডাই তেওঁৰ ফালে বিশেষ ভংগিৰে আঙুলি দেখুৱালেই তেওঁ গৈ আকৌ আগৰ ঠাইত বহি থাকিছিলগৈ।

শেষত আৰু ভাগৰি পৰিলোঁহক। ৰাজকুমাৰী জাচেকিনাৰ কথাকে কবলৈ হলে, (তেওঁ তেতিয়াও বেচ তজবজীয়া আছিল) তেৰোঁ ভাগৰি পৰিছিলগৈ। ৰাতি বাৰ বজাত খোৱা আহাৰ আহিল। খোৱাবস্তুৰ ভিতৰত আছিল একোটুকুৰা শুকান পনীৰ আৰু গাহৰিৰ মাংস সৰু সৰুকৈ কুটি বন্ধা আঞ্জা। মোৰ কাৰণে সেই খাদ্যই হৈ পৰিছিল যি কোনো কিমা-কাবাবৰ আঞ্জাতকৈ বেছি উপাদেয়। মদ মাত্ৰ এবটল আছিল। মদৰ গোন্ধও যেন কেনেকুৱা এটা ৰঙা পেইণ্টৰ নিচিনা। মদ কোনেও নুচুলেই। ভাগৰ আৰু আনন্দত অৱস হৈ মই তাৰপৰা গুচি আছিলোঁ। মেলানি মাগিবৰ সময়ত জিনাইডাই মোৰ হাতটো জোৰেৰে চেপি ধৰি সেই ৰহস্যময় হাঁহি মাৰিলে।

ৰাতিৰ নিয়ৰ সেমেকা গধুৰ বতাহৰ পৰশ অনুভৱ কৰিলোঁ তপত কপালত। বতাহত আছিল ধুমুহা-বতাহৰ গোন্ধ। ক'লা ক'লা মেঘ খৰ-বাগৰ মাৰি গোট খাইছিল আকাশত—লাহে লাহে মেঘৰ আকাৰ বাঢ়িছিল আৰু প্ৰায়ে সলনি হৈছিল সিহঁতৰ গঢ়গতি অন্ধকাৰত আচ্ছন্ন গছৰ আগত মৃহ বতাহ শিয়ঁৰি উঠিছিল উত্তলা



হৈ। বহুত দূৰত, আকাশৰ আন চুকত খণ্ডত গৰ্‌গৰাই উঠিছিল গাজনি।

পিচ ফালৰ দুৱাৰেদি নিজৰ কোঠাত সোমালোঁ। মোৰ চাকৰ ঘৰটোৰ মজিয়াত শুই আছিল। তাৰ গাৰ ওপৰেদি যাব লগীয়া হ'ল। তাৰ টোপনি ভাগি গ'ল। মোক দেখিয়েই সি কলে, 'মা'ৰ মোৰ ওপৰত খুব খং উঠা বুলি। মোক বোলে মাতিবলৈ পঠিয়াবই খুজিছিলে, কিন্তু দেউতাই বাধা দিলে। 'মা'ক শোওঁগৈ দেই বুলি কৈ তেওঁৰ আশীৰ্ব্বাদ নোলোৱাকৈ মই কেতিয়াও শুবলৈ যোৱা নাছিলোঁ। কিন্তু সেই ৰাতিখন আৰু কি কৰিব পাৰি!

চাকৰক কলোঁ মই নিজেই কাপোৰ সলাই শুবলৈ যাম। মমডাল ফুৰাই নুমাই দিলোঁ। কিন্তু কাপোৰো নসলালোঁ, বিচনালৈও নগলোঁ।

মন্ত্ৰমুগ্ধৰ দৰে এখন চকিত বহি কটাই দিলোঁ বহুত সময়। সেই সময়ৰ অনুভূতি কিমান ধুনীয়া, কিমান নতুন।...মই লৰচৰ নকৰাকৈ চকিত বহি থাকিলোঁ। চাৰিওফালে চকু ঘূৰাই চাইছিলোঁ, উশাহ লৈছিলোঁ লাহে লাহে। কেতিয়াবা কিবা একোটা মনত পৰি মনে মনে হাঁহি দিছিলোঁ। আকৌ কেতিয়াবা কেতিয়াবা মোৰ ভিতৰখন চেঁচা পৰি আহিছিল—যেতিয়া মই ভাবিছিলোঁ—মই ভাল পাইছোঁ, এই সেই নাৰী, এয়েতো প্ৰেম! মোৰ চকুৰ আগত অন্ধকাৰত লাহে লাহে ভাঁহি উঠিছিল জিনাইডাৰ মুখ, ভাঁহিয়েই থাকিল, নোহোৱা হৈ নগল—মুখত তেওঁৰ বিদায় পৰৰ সেই ৰহস্যময় হাঁহি আৰু কৌতুহলী ভাবে ভৰা ৰমণীয় চকুৰ সেই কেৰাহি চাৱনি। অৱশেষত মই উঠিলোঁ, নিঃশব্দে খোজ দি মোৰ বিচনাৰ ওচৰলৈ গলোঁ। যি ৰসেৰে মোৰ অন্তৰ তেতিয়া ভৰপূৰ, সেই ৰস কেনেবাকৈ হেৰুউৱাৰ ভয়তে মই আনকি সাজ-পাৰো নসলালোঁ; খুব নিঃশব্দে গাৰুত মূৰ থলোঁ।

বিচনাত বাগৰিলোঁ ঠিক, কিন্তু চকুৰ পতা তুখন একেলগ

কৰিব নোৱাৰিলোঁ। কিছু পৰৰ পাচতে দেখিলোঁ, মোৰ কোঠাৰ ভিতৰত অনবৰত দেখা-নেদেখা চলচিত্ৰ চলিছে। উঠি খিৰিকিৰ ফালে চালোঁ। আইনাৰ ৰহস্যময় মোলান বগাখিনিক যেনি ধৰি খিৰিকিৰ চৌকাঠ স্পষ্টকৈ দেখা গৈছিল। ভাবিলোঁ—ধুমুহা বৰষুণ আহিছে। ধুমুহা বৰষুণেই ঠিক, কিন্তু সেই ধুমুহা বৰষুণ ইমান দূৰত হৈছিল যে মেঘৰ গাজনিৰ শব্দ শুনা নগৈছিল। কেৱল আকাশৰ বুকুত এঁকেবাঁহে জিলমিলাই উঠিছিল, দীঘল অস্পষ্ট সাপৰ দৰে একাবেঁকা ৰেখা। ওহোঁ, জিলমিলোৱাতকৈ কঁপিছিল বেছি—মৰিব খোজা চৰায়ে পাখী জপতিওৱাৰ দৰে। মই উঠি খিৰিকিৰ কাষলৈ গলোঁ। পুৱালৈকে তাতে বৈ থাকিলোঁ।.... সেই বিজুলী অকণমান সময়ো বন্ধ হোৱা নাছিল। মোৰ সমুখত বহল মূক বালিৰ পাথৰ, নেচ্‌কুচ্‌নী উদ্যানৰ নিবিড় ছায়াপুঞ্জ আৰু দূৰে দূৰে থকা অট্টালিকাবোৰৰ হালধীয়া আগবোৰ প্ৰতিটো সৰু সৰু বিজুলী চমকনিত যেন কঁপি কঁপি উঠিছিল।....মই সেই-ফালেই চাই থাকিলোঁ, এবাৰো চকু আঁতৰাই আনিব নোৱাৰিলোঁ। মনত হৈছিল, মোৰ মাজত তেতিয়া চমকি উঠিছিল যি মূক ৰহস্যময় আবেগ, তাৰেই প্ৰতিচ্ছবি যেন পৰিছিল বাহিৰৰ সেই মূক বিজুলী চমকনিত। ৰাতি পুৱাল, উষাৰ ৰঙা আগমন চকুত পৰিল। বিজুলী চমকনিও নোহোৱা হ'ল—মিলি গল নিঃসংশয় দিনৰ পোহৰত।

মোৰ অন্তৰৰ বিজুলী চমকনিও নোহোৱা হল। অতি ভাগৰ লাগিল যেন শিল হৈ পৰিলোঁ।....কিন্তু বিজয়িনীৰ দৰে জিনাইডাৰ মূৰ্তি মোৰ মনত ভাঁহি ব'ল—নল-খাগৰিৰ পিতনিৰ মাজৰপৰা ভাঁহি ওলোৱা হাঁহ এজনীয়ে ঠিক যেনেকৈ অসুন্দৰ অৱিমণ্ডলৰ পৰা নিজক অনায়াসে বেলেগ কৰি ৰাখে। টোপনি আহোঁ আহোঁ হওঁতে একান্ত বিশ্বাস আৰু শ্ৰদ্ধাৰে শেষবাৰৰ কাৰণে নিজক নিবেদন কৰি দিলোঁ সেই মূৰ্তিৰ কাষত।



হায়! সেই কোমল অনুভূতি, সেই মৃদু গুঞ্জন, উদ্‌বাউল আত্মাৰ সেই করুণ-কোমলতা আৰু প্ৰশান্তি, প্ৰথম প্ৰেমৰ সেই পমি যোৱা আনন্দ—সেইবোৰ আজি ক'ত?

৮

পিচদিনা ৰাতিপুৱা চাহ খাবলৈ আহি বহোঁতে মায়ে মোক ধমকি দিলে—অৱশ্যে যিমান গালি পাবিব বুলি ভাবিছিলোঁ সিমান নহয়। আগদিনা সন্ধ্যাটো কেনেকৈ কটালোঁ, মাক ক'বলগীয়া হল। গোটেই ঘটনাটো দোষণীয় নহয় বুলি প্ৰতিপন্ন কৰাৰ চেষ্টাত সৰুসুৰা বেছি ভাগ কথা বাদ দি কেইটামান কথাৰে মাৰ প্ৰশ্নৰ উত্তৰ দিলোঁ।

মায়ে কলে: "সিহঁত ভাল শিক্ষিত মানুহ নহয়। তাত গৈ পৰি থকাৰ কোনো কাৰণ মই দেখা নাই। ইপিনে পৰীক্ষাৰ কৰেণেও তই পঢ়িব নালাগে জানো?"

মই জানিছিলোঁ মোৰ লেখা-পঢ়াৰ কাৰণে মাৰ ভাৱনা এই কথাকিটা কোৱাৰ ভিতৰতে সীমাবদ্ধ। সেই কাৰণে তৰ্ক নকৰাটোকে ঠিক কৰিলোঁ। কিন্তু চাহ খোৱাৰ পিচত দেউতাই মোক হাতত ধৰি বাগিচালৈ লৈ গল; আৰু, জাচেনিকাৰ ঘৰত মই কি কি দেখিছিলোঁ সকলো দেউতাক কৈ দিবলগীয়া হল।

মোৰ ওপৰত দেউতাৰ এক অদ্ভুত প্ৰভাৱ আছিল আৰু আমাৰ দুয়োৰো সম্পৰ্কটোও আছিল এক অদ্ভুত ধৰণৰ। মোৰ পঢ়া-শুনাৰ বিষয়ে তেওঁ প্ৰায়ে কোনো চিন্তা নকৰিছিল, আৰু দুখ পাব পৰা কোনো কথা তেওঁ নকৈছিল। মোৰ ব্যক্তি-স্বাধীনতাক তেওঁ সন্মান কৰি চলিছিল, আনকি, মোৰ লগত অমায়িক ব্যৱহাৰ কৰিছিল, বুলিয়েই ক'ব পাৰোঁ।....কিন্তু দেউতাৰ লগত অন্তৰংগতা লাভ কৰাৰ কোনো সুবিধাই তেখেতে মোক নিদিছিল। তেখেতক

মই ভাল পাইছিলোঁ, শ্ৰদ্ধা কৰিছিলোঁ, পুৰুষোচিত সকলো গুণৰ আধাৰ বুলি ভাবিছিলোঁ। তেখেতক মই কিজানি পূজা কৰিবই পাৰিলোঁহেতেন যদি তেখেতে সদায় মোক দূৰে দূৰে নাৰাখিলেহেতেন। ইচ্ছা কৰিলেই তেখেতে এটা কথাৰে, এটা ইংগিতেৰে মোৰ অন্তৰত অসীম বিশ্বাস সৃষ্টি কৰিব পৰিছিল। মোৰ অন্তৰ উন্মুক্ত কৰিব পাৰিছিল। তেনে অৱস্থাত মই অনৰ্গল কথা কৈ গৈছিলোঁ তেখেতৰ আগত—ঠিক যেনেকৈ বুদ্ধিমান বন্ধু বা মৰমিয়াল অভিভাৱকৰ আগত কথা কোৱা যায়। তাৰ পিচত আকৌ অকস্মাতে মোক এৰি তেখেত আঁতৰি পৰে; আকৌ বিমুখ হওঁ। হয়তো সেই দৰে বিমুখ কৰাত সদা থাকে অকণমান চেনেহ, অকণমান কোমলতা—কিন্তু তথাপি সি প্ৰত্যাখ্যানেই।

কেতিয়াবা কেতিয়াবা তেওঁক প্ৰফুল্ল দেখা গৈছিল। কেতিয়াবা দেউতাই সৰু লৰাৰ দৰে মোৰ লগত জঁপিওৱাজপি দৌৰাদৌৰি কৰিছিল (দেউতাই সকলো ধৰণৰ দৈহিক পৰিশ্ৰমকে ভাল পাইছিল)। আৰু এদিন, মাত্ৰ এদিনেই, তেখেতে মোক ইমান মৰম কৰিছিল যে মই আনন্দত কান্দি দিছিলোঁ।.......কিন্তু তেখেতৰ প্ৰফুল্ল আৰু কোমল ভাব নোহোৱা হৈ গৈছিল সহজে, আৰু তেতিয়া তাৰ কোনো চিনকে বিচাৰি পোৱা সম্ভৱ নাছিল। এনেকুৱা সময়ত আমাৰ দুয়োৰে মাজত যি ঘটিছিল, তাৰপৰা ভৱিষ্যতৰ বিষয়ে কোনো আশাকে মই কৰিব নোৱাৰিছিলোঁ। সকলো মৰম আদৰ তেতিয়া মোৰ সপোন-সপোন যেন লাগিছিল। কেতিয়াবা কেতিয়াবা তেখেতৰ বুদ্ধিদীপ্ত সুন্দৰ প্ৰশান্ত মুখখন চাই থাকোঁ...চাই থাকোঁতে থাকোঁতে মোৰ বুকুখন দুৰু দুৰু কঁপি উঠিছিল, মোৰ সমস্ত সত্তা তেখেতৰ আগত দোঁ খাই পৰিছিল...কিন্তু মোৰ মনৰ মাজত কি চলিছে তাকে বুজিব পাৰিয়েই যেন তেখেতে আদৰ কৰি মোৰ গালত এটা সৰু চৰ মাৰি ঘৰৰপৰা ওলাই গৈছিল বা আন কোনোবা কামত ব্যস্ত হৈ পৰিছিল, অথবা হঠাৎ যেন বৰফৰ দৰে গোট মাৰি গৈছিল। এনেকুৱাকৈ কঠিন হৈ পৰা একমাত্ৰ তেখেতৰ কাৰণেই সম্ভৱপৰ আছিল। লগে লগে ময়ো কোঁচ-মোচ খাই গোট মাৰিছিলোঁ। মোৰ প্ৰতি তেখেতৰ এনেকুৱা মনোভাৱ কাচিতহে দেখা গৈছিল—অপ্ৰত্যাশিতভাৱেই। পিচৰ জীৱনত দেউতাৰ চৰিত্ৰ বিশ্লেষণ কৰিবলৈ গৈ মই বুজিব পাৰিছিলোঁ যে মোৰ আৰু আমাৰ পাৰিবাৰিক জীৱনৰ প্ৰতি তেখেতৰ কোনো আসক্তিয়েই নাছিল। তেখেতৰ মন আছিল আন কিহবাত আৰু তাতেই পাইছিল তেখেতে পৰিপূৰ্ণ আনন্দ। এবাৰ তেখেতে মোক কৈছিল: "যি পাৰ লৈ ল, কিন্তু কেতিয়াও আত্মসমৰ্পণ নকৰিবি। স্বাধিকাৰেই হল প্ৰকৃত জীৱন।" আন এদিন, গণতান্ত্ৰিক ভাৱত বিভোৰ হৈ মই তেখেতৰ আগত বক্তৃতা জুৰি দিছিলোঁ। (সেইদিনা তেখেতৰ মন ভাল আছিল, আৰু তেনেকুৱাকৈ থাকিলে তেখেতৰ লগত যি কোনো কথাকে পাতিব পাৰি)।

সেইদিনাও তেখেতে কৈছিল!" "একমাত্ৰ কি বস্তুটোৱে মানুহক স্বাধীনতা দিব পাৰে জান জানো?

"কি?"

"ইচ্ছাশক্তি, মানুহৰ স্বাধীন ইচ্ছাশক্তি। এই ইচ্ছাশক্তিয়ে মানুহক ক্ষমতাৰ অধিকাৰী কৰে আৰু এই ক্ষমতা স্বাধীনতাতকৈও ডাঙৰ। স্বাধীন হবলৈ বিচাৰিবলৈ শিক, তেতিয়াই স্বাধীন হ'ব পাৰিবি, আৰু আন সকলোৱেই হ'ব তোৰ আজ্ঞাধীন।"

মোৰ দেউতাৰ সৰ্বপ্ৰধান উদ্দেশ্য আছিল ভালকৈ জীয়াই থকা, আৰু তেখেত আছিলও।...আৰু তেখেতে হয়তো জানিছিল যে জীৱন নামৰ বস্তুটোক ভোগ কৰাৰ দিন তেখেতৰ ক্ষেত্ৰত চমুৱাই আহিছে। ৪২ বছৰ বয়সত তেখেতৰ মৃত্যু হয়।

মই যে জাচেকিনাৰ ঘৰলৈ গৈছিলোঁ, সেই কথা বহলাই দেউতাক কলোঁ। এখন বেঞ্চৰ ওপৰত বহি বালিৰ ওপৰত ঘোঁৰাৰ চাবুক-ডালেৰে আঁক-বাঁক কৰি কৰি তেখেতে মোৰ কথাবোৰ শুনিছিল—

তেখেতে মন মোলৈও দিছিল আৰু লগে লগে আন কিবাও ভাবি আছিল। দুই এবাৰ তেখেতে হাঁহিছিল আৰু কেতিয়াবা কেতিয়াবা উজ্বল কৌতুকভৰা চাৱনিৰে মোলৈ চাইছিল। আৰু মাজে মাজে সৰু সৰু প্ৰশ্ন আৰু মন্তব্য কৰি মোক উচটাই দিছিল। প্ৰথমতে মই জিনাইডাৰ নাম ক'বলৈ সাহ কৰা নাছিলোঁ, কিন্তু বেছি পৰ মই লুকাই ৰাখিব নোৱাৰিলোঁ—মই জিনাইডাৰ প্ৰশংসা আৰম্ভ কৰিলোঁ। দেউতাই মুখ টিপি হাঁহিবলৈ ধৰিলে, তাৰ পাচত কি যেন চিন্তা কৰি কৰি বহাৰপৰা উঠি থিয় হ'ল।

মোৰ মনত পৰিল, দেউতাই ঘৰৰপৰা ওলাওঁতেই চাকৰক কৈ আহিছিল ঘোঁৰাত জিন লগাবলৈ। তেখেতে খুব ভালকৈ ঘোঁৰাত উঠিব জানিছিল। মিস্টাৰ 'ৰেৰীৰ' কেৰামতি দেখাৰ বহুত আগতে দেউতাই অতি ভয়ানক বনৰীয়া ঘোঁৰাও বশ মনাব পাৰিছিল।

মই সুধিলোঁ: "দেউতা, মই আপোনাৰ লগত যাওঁনে?"

"ওহোঁ"—এই কথা কওঁতে দেউতাৰ মুখত ফুটি উঠিল সেই চিৰ পৰিচিত উদাসীন ভাব—"যাব যদি অকলে যা, আৰু চহিচক কগৈ মই আজি নেযাওঁ।"

মোৰ ফালে পিঠি দি তেখেত খৰকৈ খোজ পেলাই গুচি গ'ল। মই পিচৰপৰা তেখেতলৈ চাই থাকিলোঁ—তেখেত গেট পাৰ হৈ চকুৰে নেদেখা হ'ল। বেৰৰ দাঁতিয়েদি যাওঁতে তেখেতৰ টুপীটো মই দেখিবলৈ পালোঁ। তাৰ পাচত দেখিলোঁ, তেখেত জাচেকিনাৰ ঘৰত সোমাল।

এঘণ্টাৰ বেছি তেখেত জাচেকিনাৰ ঘৰত নাছিল। তাৰপৰা ওলায়েই পোনে পোনে চহৰলৈ গ'ল। তাৰ পাচত সন্ধ্যাৰ সময়ত ঘৰলৈ ঘূৰি আহিল।

ৰাতি খোৱাৰ পাচত মই নিজেই জাচেকিনাৰ ঘৰলৈ গলোঁ। দেখিলোঁ, জাচেকিনা অকলে ড্ৰয়িংৰুমত বহি আছে। মোক দেখি তেওঁ হাতৰ উল-গোঁথা শলাডালেৰে মূৰটো খজুৱাই ললে আৰু



হঠাতে মোক সুধিলে, মই তেওঁক এখন দৰ্খাস্ত নকল কৰি দিব পাৰিমনে নাই।

"অতি আনন্দেৰে"—এই বুলি মই এখন চকিৰ দাঁতিত চেপা খাই বহিলোঁ।

অকোৱা-পকোৱা লেখাৰে এখন কাগজ মোৰ হাতত দি তেওঁ কলে "আখৰবোৰ ডাঙৰ ডাঙৰকৈ লিখিবা, বুজিছা? আজিয়েই শেষ কৰিব পাৰিবা নহয়?"

"আজিয়েই হ'ব।"

হঠাৎ কাষৰ কোঠাৰ দুৱাৰখন অলপ মেল খালে আৰু সেই ফালেদি দেখা গ'ল জিনাইডাৰ মুখ—শেতা, চিন্তাই চেপা; চুলিবোৰ পিচলৈ পৰি থকা। জিনাইডাই তেওঁৰ ভাব-ভাষাহীন চকুহুটা ডাঙৰ ডাঙৰকৈ মেলি এবাৰ মোক চালে, তাৰ পাচত দুৱাৰখন লাহে লাহে বন্ধ কৰি দিলে।

জাচেকিনাই চিঞৰি মাত দিলে "জিনা, অ' জিনা" কিন্তু জিনাৰ ফালৰপৰা কোনো উত্তৰ নাহিল। মই জাচেকিনাৰ দৰ্খাস্ত ঘৰলৈ লৈ আহি সন্ধিয়াৰ বাকীখিনি সময় তাকে লৈ কটাই দিলোঁ।

৯

মোৰ 'অনুৰাগ' আৰম্ভ হ'ল সেই দিনাৰপৰাই—। যিমান দূৰ মনত পৰে, মোৰ সেই সময়ত মনৰ অৱস্থা হৈছিল নতুনকৈ চাকৰিত সোমোৱা মানুহৰ দৰে। মই যেন আৰু লৰা হৈ থকা নাই। মই যেন প্ৰেমিক। আপোনালোকক মই কৈছোঁ, সেই দিনাৰপৰাই অনুৰাগৰ আৰম্ভ। কিন্তু মোৰ যন্ত্ৰণাও যে সেই দিনাৰপৰাই আৰম্ভ—এই কথা কোৱা হোৱা নাই। তেওঁৰপৰা আঁতৰি গলেই তেওঁৰ কাৰণে মনটো কাতৰ হৈ পৰিছিল, কিন্তু তেওঁৰ ওচৰলৈ আহিও শান্তি নাছিল। ঈৰ্ষাই মোক জ্বালি-পুৰি মাৰিছিল; কাৰণ নিজৰ

নগণ্যতা সম্পৰ্কে মই সম্পূৰ্ণ সচেতন আছিলোঁ। গৰুৰ দৰে গোঁৱাৰ হৈ বহি থাকিছিলোঁ, আৰু অকবাৰ দৰে জিনাইডাৰ ওচৰত আত্ম-সমৰ্পণ কৰিছিলোঁ। কি যেন এক অদম্য শক্তিয়ে মোক তেওঁৰ কাষলৈ টানি লৈ গৈছিল! তেওঁৰ কোঠাত সোমোৱাৰ লগে লগে অতিপাত সুখৰ শিহৰণত মোৰ বুকু কঁপিছিল। খুব কম সময়ৰ ভিতৰতে জিনাইডাই বুজিলে, মই তেওঁৰ প্ৰেমত পৰিছোঁ বুলি। অৱশ্যে ময়ে মোৰ প্ৰেম লুকুউৱাৰ কোনো যত্ন কৰা নাছিলোঁ। মোৰ মোহান্ধতাৰ সুযোগ লৈ জিনাইডাই বেচ ফুৰ্তি কৰি ললে—কেতিয়াবা মৰম কৰিলে, কেতিয়াবা যন্ত্ৰণা দিলে, কেতিয়াবা তেওঁ মোক বুৰ্বক কৰিলে। আন এজনৰ সুখ বা চৰম দুখৰ একমাত্ৰ কাৰণ হ'ব পৰাত এক অদ্ভুত আনন্দ আছে। মই যেন তেতিয়া জিনাইডাৰ হাতত এডাল মম। কিন্তু তেওঁৰ প্ৰেমত আত্মহাৰা অকল ময়েই নাছিলোঁ। যিবিলাক মতামানুহ তেওঁলোকৰ ঘৰলৈ অহাযোৱা কৰিছিল, সকলোৱেই আছিল, তেওঁৰ কাৰণে বলিয়া। জিনাইডাই যেন সকলোকে নিজৰ ভৰিৰ কাষত এডাল ৰচিৰে বান্ধি থৈছিল। সকলোৰে মনৰ মাজত কেতিয়াবা আশা আৰু কেতিয়াবা নিৰাশাৰ সঞ্চাৰ কৰি নিজৰ ইচ্ছামতে সিহঁতক পাক খুৱাইছিল। কেতিয়াবা এটাক আন এটাৰ লগত প্ৰতিদ্বন্দ্বীৰূপে জগাই তুলি তেওঁ আচৰিত আনন্দ পাইছিল। কোনেও যেন আত্মৰক্ষাৰ চেষ্টা কৰিবও নোৱাৰিছিল। তেওঁৰ ইচ্ছাৰ আগত সকলোৱে আনন্দেৰে আত্ম সমৰ্পণ কৰিছিল। প্ৰমত্ততা আৰু চাতুৰী, সৰলতা আৰু কৃত্ৰিমতা, ধৈৰ্য্য বনৰীয়া উদ্দাম—এই সকলোবে এক বিচিত্ৰ সংমিশ্ৰণত গঢ়ি উঠিছিল উচ্ছল প্ৰাণপ্ৰাচুৰ্য্যপূৰ্ণ সেই সুষমাময়ী নাৰীৰ মোহিনী প্ৰকৃতি। তেওঁৰ প্ৰতি কাম প্ৰতি বাক্য আৰু প্ৰতি অংগ-সঞ্চালনত আছিল এক সূক্ষ্ম সুষমাৰ আভাস, এক অদ্ভুত শক্তিৰ খেলা। প্ৰতি পলকতে তেওঁৰ মুখৰ ভাৱ সলনি হৈছিল—চকুতো যেন সেই শক্তিৰ খেলা। ব'দ-ভৰা বতাহী দিনত ডাৱৰবোৰে যেনেকৈ



এটুকুৰাই আন এটুকুৰাক আলাসতে খেদি যায়, তেনেকৈ একান্ত বিৰোধী কিছুমান ভাব আবেগে তেওঁৰ চকুত, তেওঁৰ ওঁঠত ইটোৱে সিটোক খেদি ফুৰে।

তেওঁৰ গুণমুগ্ধ প্ৰত্যেককে তেওঁৰ দৰ্কাৰ আছিল। বেলোভজোৰভক তেওঁ আদৰ কৰি মাতিছিল 'মোৰ পোহনীয়া জীৱটো' বা কেৱল 'মোৰ' বুলি—আৰু তেওঁ জিনাইডাৰ কাৰণে জুইত জঁাপ দিবলৈও সাজু আছিল। নিজৰ বুদ্ধি-বৃত্তি বা আন কোনো চৰিত্ৰৰ গুণৰ ওপৰত নিজৰ আস্থা নথকাৰ কাৰণে তেওঁ সদায় জিনাইডাক বিয়াৰ প্ৰস্তাৱ শুনাইছিল আৰু লগে লগে বুজিবলৈ দিছিল যে আন এটাইবোৰে কোনো গভীৰ উদ্দেশ্য নোহোৱাকৈ এনেয়ে তেওঁক ঘেৰি আছে।

জিনাইডাৰ অন্তৰত থকা কবিক খোৰাক যোগাইছিল ময়ডানভে। সাধাৰণতে আন সকলো লেখকৰ দৰে আৱেগহীন চিত্তেৰে তেওঁ জিনাইডাক—আৰু হয়তো নিজকো—বাৰে বাৰে বুজাবলৈ বিচাৰিলে যে তেওঁ জিনাইডাক পূজা কৰে। বহুত কবিতা লিখি জিনাইডাৰ স্তুতি-গীত কৰিলে, আৰু সেইবিলাক এটা আচৰিত উদ্দীপনাৰে জিনাইডাক পঢ়ি শুনালে। সেই উদ্দীপনা আছিল কিছুদূৰ আন্তৰিক আৰু কিছু পৰিমাণে কৃত্ৰিম। কবিৰ প্ৰতি পুতৌ উপজিলেও জিনাইডাই কবিক লৈ ঠাট্টা-তামাচা কৰিছিল। ময়ডানভৰ ওপৰত তেওঁৰ বিশেষ আস্থা নাছিল। তেওঁৰ কাব্যোচ্ছাস শুনাৰ পাচতে জিনাইডাই সদায় তেওঁক পুস্কিনৰ কবিতা আবৃত্তি কৰিবলৈ কৈছিল আৰু সেই প্ৰসংগত মন্তব্য কৰিছিল, 'ঘৰৰ দূষিত বায়ু শুদ্ধ কৰিবলৈ এইটো কৰা দৰ্কাৰ।'...তাৰ পাচত সেই অদ্ভুত চৰিত্ৰৰ ডাক্তৰ লুচিন। এওঁৰ কথা-বাৰ্তাবোৰ আছিল তিতা-কেঁহা আৰু অতি অবিশ্বাসীৰ নিচিনা; তথাপি তেৱেঁই জিনাইডাক বেছি বুজিব পৰিছিল আৰু আন সকলোতকৈ বেছি ভাল পাইছিল। জিনাইডাই তেওঁক সন্মান নকৰি নোৱাৰিছিল, কিন্তু কেতিয়াবা তেওঁকো বুজাই দিছিল যে তেৱোঁ জিনাইডাৰ কৰুণা প্ৰাৰ্থী। এনে কৰি জিনাইডাই এক হিংস্ৰ

আনন্দ অনুভৱ কৰিছিল। এবাৰ মোৰ আগতেই জিনাইডাই লুচিনক কৈছিল, "মই বহুতৰে প্ৰেমিকা, মোৰ হিয়া বুলি কোনো বস্তু নাই, মই এজনী অভিনেত্ৰী। কিন্তু হে সত্যবাদী, চাওঁ দিয়কচোন এইফালে আপোনাৰ হাতখন। মই এটা পিনেৰে আপোনাৰ হাতত বিন্ধি দিওঁ। আপুনি দুখ পাব, লাজ পাব এই লৰাটোৰ আগত; কিন্তু হে সত্যবাদী, তেতিয়াও আপুনি হাঁহি থাকিব বুলি মই জানো।" ৰঙা কলা পৰি লুচিনে মুখ ঘূৰাইছিল, ওঠ কামুৰিছিল, কিন্তু তথাপি হাত আগুৱাই দিছিল। জিনাইডাই বিন্ধি দিছিল পিনেৰে, আৰু তেওঁ সঁচাকৈয়ে হাঁহিবলৈ আৰম্ভ কৰিছিল। জিনাইডায়ো হাঁহিবলৈ ধৰিছিল আৰু হাঁহি হাঁহি পিনটো জোৰেৰে ঠেলি দিছিল মাংসৰ ভিতৰলৈ আৰু লগে লগে চাই বৈছিল লুচিনৰ চকুলৈ। চকুহটা আনফালে ঘূৰাই নিবলৈ লুচিনে কৰা চেষ্টা ব্যৰ্থ হৈছিল।....

কাউণ্ট মালেভস্কিৰ লগত সম্বন্ধ আছিল মোৰ কাৰণে অতি দুৰ্বোধ্য। তেওঁ দেখাত শুৱনি আছিল আৰু আছিল বেচ বুদ্ধিমান; কিন্তু তেওঁৰ ভিতৰফালে যেন ক'ৰবাত মিছা আৰু সন্দেহজনক কিবা আছিল। এই কথা মই ১৬ বছৰীয়া লৰা হৈও বুজিব পাৰিছিলোঁ আৰু অবাক হৈ ভাবিছিলোঁ, জিনাইডাই এই কথা কিয় বুজিব পৰা নাই বুলি। অথবা, কোনে জানে, তেওঁ হয়তো বুজিব পাৰিও বিশেষ গুৰুত্ব দিয়া নাছিল। জিনাইডাৰ ভুল শিক্ষাদীক্ষা, অদ্ভুত বন্ধু-বান্ধৱৰ দল, অদ্ভুত আচাৰ-ব্যৱহাৰ, ঘৰত সদায় মাকৰ উপস্থিতি, দাৰিদ্ৰ্য আৰু বিশৃংখলতা, কম বয়সতে এনেকুৱা অবাধ স্বাধীনতা আদিক আৰম্ভ কৰি চাৰিওফালৰ মানুহৰ আগত নিজৰ শ্ৰেষ্ঠতাৰ বিষয়ে বিশেষ সচেতনতা—এই সকলোবোৰে তেওঁৰ মনত সৃষ্টি কৰিছিল অৱজ্ঞা মিহলোৱা এক উপেক্ষা আৰু নৈতিকতাৰ প্ৰতি নিৰ্বিকাৰ মনোভাৱ। হয় তো বোনিফাটি আহি কৈছিল, চেনি শেষ হৈ গৈছে, নাইবা কোনোবা লেতেৰা গুজব লৈ আলোচনা আৰম্ভ হল, নাইবা কোনোবা অতিথিয়ে কাজিয়া



কৰিবলৈ আৰম্ভ কৰিলে—এনেকুৱাকৈ ঘৰত বিহকে নহওক, তেওঁ একোতে বিশেষ গুৰুত্ব আৰোপ নকৰিছিল। কেৱল কেকোৰা-চুলিবোৰ এঁবাব জোঁকাৰি কৈছিল, "কি যে এইবোৰ!"

আৰু মই?—যেতিয়া মালেভস্কি টেঙৰ শিয়ালৰ দৰে চুপে-চাপে জিনাইডাৰ ওচৰলৈ গৈছিল,—কিবা এক সুন্দৰ ভংগিত জিনাইডাৰ চকিৰ পিচফালে থিয় হৈ এটা মিচিকি হাঁহি মাৰি সুখী-সুখী ভাবেৰে জিনাইডাক কাণে কাণে কিবা কৈছিল—জিনাইডাই হাত দুখত বুকুৰ ওপৰত সাৱটি একমনে একদৃষ্টিৰে মালেভস্কিৰ ফালে চাই আছিল আৰু মিচিকি হাঁহিৰে মূৰটো সোঁৱে-বাঁৱে জোকাৰিছিল, তেতিয়া মোৰ তেজ গৰম হৈ আহিছিল।

মই এবাৰ জিনাইডাক সুধিছিলোঁ, "কাউণ্ট মালেভস্কিক প্ৰশ্ৰয় দিয়াৰ উদ্দেশ্য কি?"

তেওঁ কৈছিল, "কিমান ধুনীয়া গোঁফ আছে তেওঁৰ, দেখা নাইনে? আপুনি একো বুজিব নোৱাৰে।"

আৰু এবাৰ তেওঁ নিজেই কৈছিল, "মই মালেভস্কিক ভাল পাই পেলাইছোঁ বুলি আপুনি ভাবিছেনে কি? ওহোঁ, ওহোঁ, যি মানুহক ঘিণ কৰাৰ বাহিৰে আন উপায় নাই, তাক মই ভালপাব নোৱাৰোঁ। মই এতিয়া এনেকুৱা এজনক বিচাৰোঁ, যি মোক প্ৰকৃততে শাষণ কৰিব পাৰে।....কিন্তু হে প্ৰভু, মই যেন তেনেকুৱা মানুহৰ হাতত নপৰোঁ, মই কেতিয়াও কাৰো হাতৰ মুঠিত সোমাবলৈ নিবিচাৰোঁ—কেতিয়াও।"

"তাৰ মানে আপুনি কেতিয়াও প্ৰেমত নপৰে!"

"কিয়? আপুনি? আপোনাক......তোমাক তো মই ভাল-পাওঁ" জিনাইডাৰ হাতেৰে মোৰ নাকৰ আগটো চুই দিছিল।

ঠিক হয়, জিনাইডাই মোক লৈ বেচ খেলা কৰিলে। তিনি সপ্তাহ জুৰি প্ৰতিদিনেই তেওঁক লগ পাবলৈ গৈছিলোঁ। সেই সময়বিনিত তেওঁ যে কি এটা জীৱনৰ মাজলৈ মোক টানি লৈ গৈছিল! আমাৰ

ঘৰলৈ তেওঁ প্ৰায়ে নাহিছিল আৰু সেই কাৰণে মই একেবাৰে বেয়া পোৱা নাছিলোঁ; কাৰণ তেওঁ আমাৰ ঘৰলৈ আহিলেই 'ৰাজকুমাৰী জিনাইডা' হৈ পৰিছিল আৰু মই সংকোচ বোধ কৰিবলৈ বাধ্য হৈছিলোঁ। আৰু মাৰ ওচৰত ধৰা পৰোঁ বুলিও ভয় খাইছিলোঁ, কাৰণ মায়ে তেওঁক একেবাৰে ভাল নাপাইছিল আৰু সন্দেহৰ চকুৰে আমাৰ দুয়োকে চাইছিল। দেউতাৰ কাৰণে মোৰ সিমান চিন্তা নাছিল। তেওঁ মোক আমোল নিদিছিল আৰু জিনাইডাৰ লগতো কেতিয়াবা যে কথা হৈছিল; কিন্তু যেতিয়াই কিবা কৈছিল তেতিয়াই অৰ্থপূৰ্ণ কিবা কথা হে কৈছিল। মই পঢ়াশুনা বাদ দিছিলোঁ— ঘোঁৰাত উঠা আৰু পথাৰে পথাৰে ঘূৰি ফুৰা কামো এৰি দিছিলোঁ। সূতাৰে ঠেং বন্ধা গুবৰুৱাৰ দৰে কেৱল ঘূৰিবলৈ ধৰিলোঁ। সেই মোৰ প্ৰাণৰ আপোন জিনাইডাৰ চাৰিওফালে। বোধকৰোঁ সেইদৰেই থাকিলোঁহেতেন—যদি সম্ভৱ হ'লহেতেন। কিন্তু মায়ে অনবৰত গোৰগোৰাই আছিল আৰু জিনাইডায়ো প্ৰায়ে মোক আঁতৰাই দিছিল। তেওঁ মোক খেদাই দিলেই মই আহি নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি বহি আছিলোঁহি, নাইবা বাগিচাৰ একেবাৰে কোণলৈ গৈ সেই ভাগি পৰা এৰা-ঘৰটোৰ ভগা দেৱালৰ ওপৰত ঘণ্টাৰ পিচত ঘণ্টা ধৰি বহি আছিলোঁ। দেৱালৰ ওপৰ পৰা ৰাস্তাৰ ওপৰত মোৰ ভৰি দুটা ওলমি পৰিছিল আৰু মই ভেবা লাগি চকুৰ পোনে পোনে চাই আছিলোঁ। বগা পখিলাবোৰ এলাহ কৰি মোৰ ওচৰেদি উৰি গৈ ধূলিৰে ঢকা গছবোৰত পৰিছিলগৈ, ওচৰৰে কোনোবা এটুকুৰা ভগা ইটাৰ ওপৰত আহি পৰিছিলহি এটা সৰু চৰাই, মাজে মাজে সি খঙেৰে চিঁ চিঁ— চাঁ-চাঁ কৰিছিল আৰু তাৰ সৰু নেজৰ পাখি মেলি অনবৰত ঘূৰিছিল।

ক'ৰবাত পাত নোহোৱা শুকান গছৰ ডালত বহি মোৰ ফালে তেতিয়াও সন্দেহেৰে চাই চাই কাউৰীবোৰে কা কা কৰি উঠিছিল। ৰ'দ আৰু বতাহে ধেমালি কৰিছিল গছজোপাৰ শুকান ডালত; ডনস্কিয়ি মঠৰ ঘণ্টাৰ প্ৰশান্ত গম্ভীৰ শব্দ আহি বৈ বৈ মোৰ কাণত



পৰিছিলহি, আৰু মই তাতে বহি বহি এইবোৰ শুনি আছিলোঁ। আৰু এক চিনি নোপোৱা আনন্দই মোৰ মন ভৰাই দিছিল। সেই আনন্দত আছিল বিষাদ-উলাহ, ভৱিষ্যতৰ অনিশ্চিত আশংকা, জীৱনৰ তৃষ্ণা আৰু জীৱনৰ ভয়—। তেতিয়া সেইবোৰ অৰ্থ মই একো বুজিব নোৱাৰিছিলোঁ; মোৰ উদ্দাম গতিৰে বৈ যোৱা আবেগবোৰৰ নাম মই চেষ্টা কৰিও বিচাৰি নচপাইছিলোঁ—বা, সকলো আবেগকে একেলগ কৰি সিহঁতক এটা নামেৰেই চিনি পাইছিলোঁ; সেই নাম হ'ল—জিনাইডা।

জিনাইডা? মেকুৰীয়ে নিগনি লৈ খেলা কৰাৰ দৰেই তেওঁ মোক লৈ খেলিলে। কেতিয়াবা কেতিয়াবা তেওঁ মোৰ লগত ভালপোৱাৰ খেলা কৰিছিল। লগে লগে মই উত্তেজিত হৈ গৈছিলোঁ। আকৌ কেতিয়াবা তেওঁ মোক দূৰলৈ ঠেলি দিছিল আৰু তেতিয়া মই তেওঁৰ ওচৰলৈ যাবলৈ সাহ কৰিব নোৱাৰিছিলোঁ। আনকি তেওঁৰ ফালে চকুৰে চকুৰে চাবলৈও সাহ নোহোৱা হৈছিল।

মনত আছে, এবাৰ তেওঁ একেৰাহে কেবাদিনো মোক দূৰে দূৰে ৰাখিছিল। মোৰ মন ভাগি গৈছিল। ভয়ে ভয়ে তেওঁলোকৰ ঘৰলৈ গৈ মই জাচেকিনাৰ ওচৰতে থাকিবলৈ চেষ্টা কৰিছিলোঁ—যদিও সেই সময়ত তেওঁৰো মেজাজ অতি বেয়া আছিল। তেওঁৰ আৰ্থিক অৱস্থা সেই সময়ত শোচনীয় আৰু সেই কাৰণে স্থানীয় পুলিচৰ ওচৰত জবানবন্দী দিবলৈ তেওঁ দুবাৰো যাবলগীয়া হৈছিল।

এদিন মোৰ অতি পৰিচিত বাগিচাৰ বেৰখনৰ ওচৰেদি যাওঁতে জিনাইডাক দেখিবলৈ পালোঁ। হাত দুটাত ভৰ দি তেওঁ ঘাঁহৰ ওপৰত অলৰ-অচৰ হৈ বহি আছিল। মই কোনো শব্দ নকৰাকৈ গুচিয়েই গৈছিলোঁ, হঠাৎ মুখ তুলি তেওঁ মোক ইংগিতেৰে কি যেন কলে। তেওঁৰ ইংগিতৰ অৰ্থ নুবুজি জঠৰ হৈ ৰৈ থাকিলোঁ। তেওঁ আকৌ ইংগিত দিলে, আৰু লগে লগে মই এক জঁাপে বেৰ পাৰ হৈ উতলা হৈ তেওঁৰ ফাললৈ দৌৰ দিলোঁ। কিন্তু তেওঁ চকুৰ ইংগিতেৰে

মোক ৰবলৈ কলে আৰু তেওঁৰপৰা দুখোজ দূৰত ৰাস্তাৰ ওপৰতে মোক বহিবলৈ হুকুম দিলে। বিমূঢ়ভাৱে মই ৰাস্তাৰ ওপৰতে আঁঠু কাঢ়ি বহি পৰিলোঁ। ইমান বিবৰ্ণ হৈ আছিল জিনাইডা; তেওঁৰ চকুৰে মুখে ফুটি ওলাইছিল এনেকুৱা এক তিতা বেদনা, এনেকুৱা এক দুৰন্ত ক্লান্তি। মোৰ বুকু ফাটি গল। ক'ব নোৱাৰাকৈয়ে মুখৰপৰা ওলাই পৰিল—

"কি হৈছে?"

হাত মেলি জিনাইডাই ঘাঁহৰ পাত এটা টানি নিলে আৰু তাৰ পাচত সেইডাল কামুৰি দূৰলৈ দলিয়াই দিলে। তাৰ পাচত সুধিলে, "আপুনি মোক খুব ভাল পায়—নহয় নে?"

মই কোনো উত্তৰ নিদিলোঁ? কিয় দিম?

"হয়"—মোৰ ফালে চাই চায়েই তেওঁ কৈ গল, "মই জানো আপুনি ভাল পায়।" তাৰ পাচত চিন্তান্বিত হৈ দুই হাতেৰে মুখ ঢাকি আকৌ কলে, "মই বৰ ভাগৰি পৰিছোঁ। পৃথিৱীৰ একেবাৰে শেষ সীমালৈ গুচি যোৱাৰ ইচ্ছা হৈছে মোৰ। আৰু সহ্য কৰিব নোৱাৰা হৈছোঁ, সম্ভৱ হবও পৰা নাই....কোনে জানে মোৰ কপালত কি আছে!........উস্ কি দুৰ্ভগীয়া মই....... ।"

"কিন্তু কিয়?"—ভয়ে ভয়ে মই সুধিলোঁ।

উত্তৰত জিনাইডাই কেৱল কান্ধ জোকাৰিলে। নিদাৰুণ এক বেদনাৰে মই তেওঁৰ ফালে চাই ৰলোঁ—একেদৰে আঁঠুকাঢ়িয়েই। তেওঁৰ প্ৰতিটো কথাই মোৰ প্ৰাণত বিন্ধিছিলগৈ। তেওঁৰ দুখ আঁতৰাবলৈ সেই সময়ত মই আনন্দেৰে প্ৰাণ বলি দিব পাৰিলোঁ-হেতেন। মই তেওঁৰ ফালে চাই ৰলোঁ। বুজিব নোৱাৰিলোঁ, কিহে তেওঁক ইমান অসুখী কৰিছিল; কেৱল মোৰ কল্পনাত স্পষ্ট হৈ উঠিল—কেনেকৈ তেওঁ অসহনীয় দুখত দৌৰি বাগিচালৈ আহি গুৰি ছিগা গছৰ দৰে মাটিত বহি পৰিছিলহি। আমাৰ চাৰিওফালৰ প্ৰকৃতি তেতিয়া কিমান যে সেউজীয়া, কিমান যে উজ্জ্বল আছিল! পাতে



পাতে কথা কৈছিল মিহি বতাহে, আৰু জিনাইডাৰ মূৰৰ ওপৰত ৰাচবেৰি গছৰ ডালবোৰ বৈ বৈ আন্দোলিত হৈছিল। দূৰত কপৌৱে কন দিছিল, ঘাঁহনিৰ ওপৰেদি উৰি যোৱা মৌ মাখিয়ে গুণ গুণ কৰিছিল, মূৰৰ ওপৰত নীলা আকাশৰ শীতল আভাৰ ঢল নামিছিল—অথচ ইমান বেদনা অনুভৱ কৰিছিলোঁ মই......

"কবিতাকে আবৃত্তি কৰক"—মিহি মাতেৰে ইয়াকে কৈ জিনাইডাই কিলাকুটিত ভৰ দি দেহাটো হাওলাই দিলে। তাৰ পাচত কলে, "আপোনাৰ আবৃত্তি শুনিবলৈ খুব ভাল পাওঁ। আপুনি অৱশ্যে সুৰ দি আবৃত্তি কৰে, কিন্তু, তথাপি সি প্ৰাণৱন্ত। আগতে ভালকৈ ৰহক, তাৰ পাচত 'জৰ্জিয়াৰ পাহাৰ' কবিতাটো আবৃত্তি কৰক।"

মই ঠিক হৈ বহি সেই কবিতাটো আপত্তি কৰিলোঁ।

"তথাপি নোৱাৰে, নোৱাৰে নোৱাৰে, ভাল নোপোৱাকৈ থাকিব"—এই শেষ শাৰীটো গুণগুণকৈ আওৰাই জিনাইডাই কলে, "সেই কাৰণেইতো কবিতা ভাল। অবাস্তৱক লৈয়ে কবিতা। কিন্তু কবিতাৰ এই অবাস্তৱক অকল বাস্তৱতকৈ ভাল লগাই নহয়, ই অবাস্তৱক বাস্তৱতকৈ বাস্তৱ কৰি তোলে। তথাপি নোৱাৰে নোৱাৰে নোৱাৰে ভাল নোপোৱাকৈ থাকিব—অৰ্থাৎ প্ৰাণে নিবিচাৰে ভাল পাবলৈ, কিন্তু ভাল নোপোৱাকৈ থকাৰ উপায়ো নাই।" আকৌ তেওঁ নিমাত। কিন্তু হঠাতে চক্ খাই থিয় হল আৰু কলে, "আহক, আহক; ময়ডানভ মোৰ মাৰ ওচৰত বহি আছে। তেওঁ মোৰ ওচৰলৈ আহিছিল তেওঁৰ কবিতা লৈ, কিন্তু মই এৰি থৈ গুচি আহিছোঁ। তেওঁ বেয়া পাইছে....কিন্তু কি কৰিম মই? এদিন আপুনি সকলো বুজিব পাৰিব....এতিয়া যেন আপুনি মোৰ ওপৰত খং নকৰে।"

লৰালৰিকৈ মোৰ হাতখনত এটা চেপা দি জিনাইডা মোৰ আগে আগে ল'ৰি গল। আমি একেলগেই ঘৰত সোমালোঁ। ময়ডানভে তেওঁৰ অলপতে প্ৰকাশ হোৱা কিতাপ 'হত্যাকাৰী'ৰপৰা

আমাক আবৃত্তি কৰি শুনালে। কিন্তু মোৰ কাণত একো নোসোমাল ; চতুষ্পদী আয়েম্বিক ছন্দত লিখা তেওঁৰ কবিতাৰ শাৰীবোৰ তেওঁ আমনিলগা এক সুৰতে পঢ়ি যাবলৈ ধৰিলে। শেষৰ আখৰৰ মিল পৰিছিল এশাৰী এৰি এশাৰীত, আৰু কুকুৰে টনা বৰফৰ ওপৰত চলোৱা গাড়ীৰ ঘণ্টাৰ দৰে সেই মিল কাণত বাজিছিল তীক্ষ্ণ ঠন্ ঠন্ শব্দ কৰি। ইপিনে মই বহি চাবলৈ ধৰিলোঁ জিনাইডাৰ মুখ আৰু ভাবিবলৈ ধৰিলোঁ—তেওঁ অলপ আগতে মোক কোৱা কথাবোৰৰ অৰ্থ কি।

"অথবা তেওঁনো কোন গোপন প্ৰতিদ্বন্দী
হঠাৎ তোমাক কৰিলে যে অভিভূত ?"

হঠাৎ নাকে মতা মাতেৰে আবৃত্তি কৰিলে ময়ডানভে আৰু লগে লগে মোৰ আৰু জিনাইডাৰ চকুৰ মিলন হল। জিনাইডাই চকু আঁতৰাই নিলে, মুখ তেওঁৰ অলপ ৰঙা পৰিল। তেওঁ ৰঙা পৰিল লাজত, আৰু মই সাৰ-সিকতি নোহোৱা হলোঁ ভয়ত। ইয়াৰ আগতে মই বহুত বাৰেই ঈৰ্ষা অনুভৱ কৰিছোঁ, কিন্তু তেওঁ কাৰোবাক ভাল পায় সেইকথা মই ভবা নাছিলোঁ। এতিয়া বুজিলোঁ। "হে প্ৰভু, জিনাইডায়ো ভাল পায়।"

১০

মোৰ প্ৰকৃত যন্ত্ৰণাৰ আৰম্ভ তেতিয়াৰপৰাই। সকলো কথাৰে আগ-পিচ ভাবি ভাবি মোৰ মূৰ গৰম হৈ গল। যিমান পাৰোঁ মনে মনে জিনাইডাৰ চলন-ফুৰণ ভাব গতি লক্ষ্য কৰিবলৈ ধৰিলোঁ। তেওঁৰ যে এটা পৰিবৰ্তন হৈছিল, সেই কথা খুব সহজে বুজা গৈছিল। তেওঁ আজিকালি অকলে অকলে বহুত সময় ঘৰৰ বাহিৰত ঘূৰি ফুৰে। মাজে মাজে কোনো আলহিক দেখা নিদি হুৱাৰ বন্ধ কৰি ঘৰৰ ভিতৰত বহি থাকে। তেওঁৰ স্বভাৱতো এনেকুৱা



নাছিল! মই যেন হঠাৎ অন্তৰ্দশী হৈ উঠিলোঁ। জিনাইডাৰ প্ৰশংসাকাৰী দলৰ একোজনৰ মুখলৈ চাই চাই ভাবিবলৈ ধৰিলোঁ, 'বোধকৰোঁ এওঁৰেই অ' নহয়, এওঁ হে।' কাউন্ট মালেভস্কি মোৰ কাৰণে ভয়ানক, সকলোতকৈ বেছি ভয়ানক, যেন লাগিল। (অৱশ্যে এওঁৰ নাম মনত পৰাৰ লগে লগে জিনাইডাৰ হৈ ময়ে যেন লাজ পালোঁ।)

এই কথা নিঃসন্দেহে কব পাৰি যে মানুহ হিচাপে মই তেতিয়া খুব পকি উঠা নাছিলোঁ, আৰু মোৰ লুকাভাকু খেলা সকলোৰে চকুত ধৰা পৰাই সম্ভৱ। অন্ততঃ ডাঃ লুচিনেতো খুব সোনকালেই ধৰা পেলালে। কিন্তু সেই সময়ত তেওঁৰো বহুত সলনি হৈছিল। তেওঁ ক্ষীণাই গৈছিল আৰু আগৰ দৰেই খুব হাঁহিলেও এতিয়াৰ হাঁহি ফোঁপোলো, ক্ষণস্থায়ী আৰু তিতা আছিল। তেওঁৰ আগৰ পৰিহাসপ্ৰিয়তা আৰু কৃত্ৰিম তিক্ততাৰ সলনি এতিয়া এক স্নায়বিক অস্থিৰতা আহি পৰিছিল। এই অৱস্থা তেওঁ লুকাই ৰাখিব পৰা নাছিল।

জাচেকিনাহঁতৰ ড্ৰইংৰুমত মোক অকলে পাই এদিন তেওঁ কৈছিল—"তুমি ইয়ালৈ ইমান ঘনাই কিয় আহাহে চেঙেলীয়া ল'ৰা ?" (জিনাইডা তেতিয়াও ঘূৰলৈ ঘূৰি অহা নাছিল, কিন্তু ডেৰ-তলাৰ ঘৰৰপৰা জাচেকিনাৰ চোকা-মাত শুনা গৈছিল ; তেওঁ চাকৰণীক গালি পাৰিছিল।) ডাঃ লুচিনে মোক আকৌ কৈছিল, "এই বয়সত তুমি লেখা-পঢ়া কৰা, কাম কৰা উচিত ; অথচ তুমি কি কৰিছা জানা ?"

"মই ঘৰত একো কাম নকৰোঁ বুলি কেনেকৈ জানিলে ?"—উদ্ধত ভাৱে মই উত্তৰ দিয়াৰ চেষ্টা কৰিলোঁ, কিন্তু আচলতে মোৰ ভেবা-লগা ভাবটোৰেই বেকত হৈ পৰিল।

"অ! কি কাম যে কৰিছা মোৰ সোণাই ? ওহোঁ, লেখা-পঢ়াৰ কথা তোমাৰ মূৰতে নাই। তোমাৰ লগত মই কথা কটাকটি কৰিবলৈ নিবিচাৰোঁ........তোমাৰ বয়সত এনে হোৱা খুব স্বাভাৱিক। কিন্তু

তোমাৰ বাছনি হৈছে ভুল। এই পৰিয়ালটো কেনেকুৱা এতিয়াও বুজি পোৱা নাইনে ?"

"আপুনি ঠিক কি কব খুজিছে মই হলে বুজি পোৱা নাই।"

"বুজা নাই ? এৰা। কিন্তু নুবুজিলে ক্ষতি তোমাৰেই। তোমাক সাৱধান কৰি দিয়াটো মই মোৰ কৰ্তব্য বুলি ভাবোঁ। মোৰ নিচিনা আদ্‌-বুঢ়াবিলাক ইয়ালৈ নিৰ্ভয়ে আহিব পাৰে। আমাৰ ছাল ডাঠ হৈ গৈছে, একোৱেই আমাৰ গাত নালাগে এতিয়া। কিন্তু তোমাৰ ছাল এতিয়াও কুমলীয়া। মোৰ কথা শুনা— এই ঘৰৰ বতাহ তোমাৰ কাৰণে স্বাস্থ্যকৰ নহয়। যি কোনো সময়তে এই দূষিত বতাহে তোমাৰ অনিষ্ট কৰিব পাৰে।"

"আপুনি এইবোৰ কি কৈছে ?"

"ঠিকেই কৈছোঁ। তোমাৰ বৰ্তমানৰ অৱস্থাটো তুমি সুস্থ অৱস্থা বুলি ভাবানেকি ? স্বাভাৱিক বুলি ভাবানেকি ? তুমি এতিয়া যি অৱস্থাত দিন কটাইছা, সেই অৱস্থা তোমাৰ কাৰণে স্বাস্থ্যকৰ বুলি ভাবানেকি ?"

"কিয় মোৰনো এতিয়া কি বেয়া অৱস্থা ?"—এই বুলি মই সুধিলোঁ ঠিক, কিন্তু অন্তৰেৰে মই ভালকৈ জানিছিলোঁ যে ডাক্তৰে অতি সঁচা কথা কৈছে।

"বুজিছানে হে লৰা"—ডাক্তৰে কৈ গ'ল আৰু কথাবোৰ ইমান জোৰ দি কৈছিল যেন প্ৰতিটো শব্দ মোক লাজ দিবৰ কাৰণেই কোৱা হৈছিল—"মনৰ ভাব ঢাকি ৰখাটো তোমাৰ কাম নহয়। ভগৱানৰ ইচ্ছাত তোমাৰ মনৰ ভাব সদায় মুখত ফুটি উঠে। কিন্তু, কিয়নো কওঁ এইবোৰ মিছাকৈ ? মই নিজেই তো ইয়াত পাক ঘূৰণি খাই নুফুৰিলোঁহেতেন, যদি—"দাঁত কৰচি তেওঁ কৈ গ'ল,—"যদি ময়ো একে অকৰা নহলোঁহেতেন। কিন্তু এটা কথাত মই অবাক নহৈ পৰা নাই। ইয়াত যে কি চলিছে, সেই কথাটো তোমাৰ নিচিনা বুধিয়ক লৰা এটাই নুবুজাকৈ আছা কেনেকৈ ?



হঠাৎ চক্ খাই মই প্ৰশ্ন কৰিলোঁ।—"কি চলিছে ?"

ডাক্তৰে মোৰ ফালে পুতৌ মিহলোৱা বিদ্ৰূপৰ চাৱনিৰে চালে। তাৰ পাচতে নিজকে নিজে কবলৈ ধৰিলে, "মইতো দেখিছোঁ বেচ মানুহ ! কি দৰ্কাৰ তাক কোৱাৰ ? এক কথাত......"তাৰ পাচত ডাঙৰকৈ তেওঁ কলে, "এক কথাত, মই আকৌ কওঁ, এই ঘৰৰ বতাহ তোমাৰ কাৰণে ভাল নহয়। তোমাৰ হয়তো ভাল লাগিছে, কিন্তু ভাল লাগিলেই ভাল হয় নে ? কৃত্ৰিমভাৱে জাৰকালি ফুলপুলি ডাঙৰ কৰিবলৈ সজা কাঁচৰ ঘৰত এটা সুন্দৰ সুগন্ধ আছে, কিন্তু সেই বুলিয়েই তাত মানুহ থাকিবগৈ পাৰে জানো ? মোৰ কথা শুনা, আকৌ পঢ়া-শুনা আৰম্ভ কৰা।"

ঠিক সেই সময়তে দাঁত-বিষৰ কথা কবলৈ জাচেকিনা সেই কোঠালৈ আহিল। তাৰ পাচতে আহিল জিনাইডা।

"এয়া ৰ"—জাচেকিনাই কলে, এইক খুব ভালকৈ ধমকি দিয়কচোন ডাক্তাৰ। গোটেই দিনটো বৰফৰ পানী খাব। তাইৰ এনেকুৱা বুকুৰ অবস্থাত ভাল জানো বাৰু ?"

"এনেকুৱা কৰিছে কেলেই ?" ডাক্তৰে জিনাইডাক সুধিলে।

"ক্ষতি হ'ব নেকি ?"

"ক্ষতি ? ঠাণ্ডা লাগি মৰি যাব পাৰে।"

"সঁচা ? সঁচাকৈয়ে কৈছেনে ? তেন্তে সেয়ে হওক।"

"অ', ঘটনা তেনেহলে এইটোৱেই"—বিৰবিৰাই কলে ডাক্তৰে। জিনাইডাৰ মাক ঘৰৰপৰা ওলাই গ'ল।

"হয়, ঘটনা এইটোৱেই", জিনাইডাই কৈ গ'ল, "সঁচাকৈয়ে জীৱনটো জানো ইমান আনন্দৰ ? চাৰিওফালে চাওকচোন চকু মেলি।....পৰিৱেশ জানো ইমান ভাল ? আপোনালোকে ভাবেনেকি মোৰ কোনো জ্ঞান নাই বুলি, কোনো অনুভূতি নাই বুলি ? বৰফ-পানী খাই মোৰ ভাল লাগে, আৰু আপুনি আহি গম্ভীৰভাৱে মোক উপদেশ দিছেহি ক্ষণিকৰ এই ভাল লগাৰ কাৰণে—সুখৰ

কথা বাদেই দিছোঁ—মই এনেকৈ জীৱন বিপন্ন কৰা উচিত নহয়।”

“বুজিছোঁ বুজিছোঁ” বুলি মূৰ দুপিয়ালে লুচিনে, আৰু তাৰ পাচতে কলে, “খেয়াল আৰু স্বাধীনতা—এই দুটা শব্দেৰেই আপোনাক বৰ্ণাব পাৰি। আপোনাৰ গোটেই সত্বা এই দুটা শব্দৰ মাজতে লুকাই আছে।”

ডাঙৰকৈ হাঁহি দিলে জিনাইডাই।

“হেৰি ডাক্তৰ, আপুনি বৰ পিচ পৰি আছে। আপোনাৰ দৃষ্টি-শক্তি ক্ষীণ। আপুনি আও-পুৰণি হৈছে। চচ্‌মাযোৰ লগাই এবাৰ চাওকচোন। তেতিয়া দেখিব, এতিয়া মই একো খাম-খেয়ালী কৰা নাই। আপোনালোক সকলোকে—লগে লগে অৱশ্যে নিজকেও—বুৰ্বক কৰি মই এটা অদ্ভুত আনন্দ পাওঁ। কিন্তু যদি স্বাধীনতাৰ কথা কয়...মঁচিয়ে ভোলডেমাৰ !...” —তেওঁ হঠাৎ মাটিত তেওঁৰ সৰু ভৰিৰে শব্দ কৰি কলে, “....এনেকুৱাকৈ মুখ ক'লা কৰি নাথাকিব। কোনোবাই মোক পুতৌৰ চকুৰে চোৱাটো মই সহ্য কৰিব নোৱাৰোঁ।”—জিনাইডাই কথা শেষ কৰি খৰকৈ খোজ পেলাই ওলাই গ'ল।

“এই বতাহ তোমাৰ কাৰণে অস্বাস্থ্যকৰ, অতি বেয়া”—মোক আকৌ একে কথাকে কলে ডাক্তৰ লুচিনে।

## ১১

সদায় অহা অতিথিসকল সেইদিনাও জাচেকিনাৰ ঘৰত একগোট হ'লহি। ময়ো আহিলোঁ।

ময়ডানভৰ কাব্য লৈয়ে আলোচনা আৰম্ভ হ'ল। জিনাইডাই আন্তৰিকতাৰেই প্ৰশংসা কৰিলে তেওঁৰ কাব্য; তাৰ পাচত কলে, “কিন্তু জানে, মই কবি হোৱা হলে একেবাৰে আন বিষয়-বস্তু



বিচাৰি ললোঁহেতেন মোৰ কাব্যৰ কাৰণে। নাজানো, অৰ্থহীনো হ'ব পাৰে, কিন্তু বিচিত্ৰ ধৰণৰ ভাব আহে মোৰ মনলৈ—বিশেষকৈ যেতিয়া ৰাতি পুউৱাৰ আগতে গোটেই আকাশখনত বিয়পি পৰে এক পাতল ধুনীয়া গোলাপী ৰং। তেতিয়া আৰু মোৰ চকুলৈ ঘুমটি আহিব নোখোজে। ঠিক যেনেকৈ মই...এঃ নালাগে, আপোনালোকে হাঁহিব।”

“নাই নাই, আমি নাহাঁহোঁ”—একেলগে সকলোৱে চিঞৰি দিলোঁ।

হাত দুটা বুকুত সাৱটি, চকুত দিগন্ত বিয়পা দৃষ্টি লৈ তেওঁ কলে: “মোৰ কাব্যত মই বৰ্ণনা কৰিলোঁহেতেন, এখন ডাঙৰ নাৱত গাভৰু এদল ৰাতি ভাঁহি গৈছে এখন শান্ত নদীৰ বুকুৰেদি। আকাশত জোন, তলত গাভৰুৰ দল, তেওঁলোকৰ বগা কপালত মালা আৰু কণ্ঠত তেওঁলোকৰ এবিধ বন্দনা গীতি বা আন কিবা এটা তেনেকুৱা।”

“বঢ়িয়া, তাৰ পাচত কৈ যাওকচোন”—এক সপোন-বিভোৰ ব্যঞ্জনাৰ সুৰত লেনিয়াই কলে ময়ডানভে।

“হঠাৎ পাৰত জাগি উঠিল কোলাহল, বাজিল বাদ্য, জ্বলিল পোহৰৰ জোৰ......আৰু গান গাই গাই, চিঞৰি চিঞৰি দৌৰি আহিল এক সুৰাসেৱীৰ দল। এতিয়া কবি, এই ছবি ফুটাই তোলাৰ দায়িত্ব আপোনাৰ। কেৱল জোৰবোৰ হব টিক্‌টিকীয়া ৰঙা আৰু কপালৰ তলত থকা গাঢ়-ৰঙা মালাৰ তলতে সিহঁতৰ চকু তক্‌বক্‌কৈ জ্বলি থাকিব। আৰু থাকিব বাঘৰ চামৰা, মদৰ পাত্ৰ, আৰু সোণ, প্ৰচুৰ সোণ........এইখিনি নাপাহৰিব কবি !”

দীঘল চুলিবোৰ একে-জোকাৰতে পিচলৈ লুটিয়াই নাক ফুলাই ময়ডানভে সুধিলে—“সোণ ক'ত দিব খোজে ?”

“ক'ত ? গলধনত, হাতত, ভৰিত—য'তে মন যায়। শুনিছোঁ, পুৰণি কালত ছোৱালীয়ে ভৰিত পিন্ধিছিল সোণৰ আঙঠি।...... সুৰাসেৱীসকলে আহ্বান কৰিছে গাভৰুসকলক। গাভৰুসকলৰ

তেতিয়া গান বন্ধ হৈ গৈছে, অলৰ অচৰ হৈ বহি আছে নাৱত আৰু নাও উটি গৈছে, পাৰৰ ফাললৈ। হঠাৎ তেওঁলোকৰ ভিতৰবে এজনী থিয় হ'ল......এইখিনিতে খুব ভাল বৰ্ণনাৰ দৰ্কাৰ ঃ কেনেকৈ জোনৰ পোহৰত লাহে লাহে তৰুণী উঠি থিয় হ'ল, কেনেকৈ তেওঁৰ লগৰীয়াসকলৰ মাজত ভয় বিয়পি পৰিল.......তৰুণী লাহে লাহে পাৰত নামিল, সুৰাসেৱীৰ দলে তেওঁক আগুৰি পেলালে, তাৰ পাচত তেওঁক কঢ়িয়াই লৈ গ'ল গভীৰ ৰাতিৰ অন্ধকাৰলৈ...ধোৱাঁ, সোপাসোপে ধোৱাঁ দেখিবলৈ পাইছোঁ মই, শুনিবলৈ পাইছো এক গণ্ডগোল.......সকলোতকৈ বেছি শুনিবলৈ পোৱা গৈছে সুৰাসেৱীৰ চিঞৰ, কেৱল পাৰত পৰি ৰ'ল তৰুণীৰ কপালত থকা বগা ফুলৰ এধাৰ মালা।"

জিনাইডা ৰ'ল। মই মনে মনে কলোঁ, "প্ৰেমত পৰিছে জিনাইডা।"

ময়ডানভে সুধিলে, "ইয়াতে শেষ নে কি ?"

"ইয়াতে শেষ"—জিনাইডাই উত্তৰ দিলে।

গহীনভাৱে ময়ডানভে মন্তব্য কৰিলে, "এইটো ঠিক শ্ৰেষ্ঠ কবিতাৰ বিষয়বস্তু নহয়, তথাপি আপোনাৰ এই ভাবটো লৈ মই এখন গীতিকাব্য ৰচনা কৰিম।"

"ৰোমাণ্টিক ঢঙত ?" মালেভ্স্কিয়ে সুধিলে।

"নিশ্চয়—বায়ৰনৰ দৰে।"

একো চিন্তা নকৰাকৈ কাউণ্টে কৈ পেলালে "বায়ৰনতকৈ ভিক্টৰ হুগো ভাল। ভিক্টৰ হুগো বেছি উপভোগ্য।"

ময়ডানভে কলে, "ভিক্টৰ হুগো এজন প্ৰথম শ্ৰেণীৰ লেখক আৰু মোৰ বন্ধু টংকচেয়ভে তেওঁৰ স্পেনীয় উপন্যাস 'এল্ এভাডাৰ'ত......"

"যি কিতাপত প্ৰশ্নবোধক চিনবোৰ লুটিয়াই দিয়া, সেই কিতাপখনৰ কথা কৈছে ?"—জিনাইডাই সুধিলে।



"হয় স্পেনীয় লেখাৰ নিয়মেই তেনেকুৱা। মই ক'ব খুজিছিলো টংকচেয়ভে..."

"অ', আপোনালোকে আকৌ ক্লাচিচিজিম আৰু ৰোমাণ্টিচিজিমৰ তৰ্ক আৰম্ভ কৰিলে"—বাধা দি জিনাইডাই কলে, "তাতকৈ খেলোঁৱেই আহক"।

"ফৰ্ফিটচ্ৰ খেলা ?"—লুচিনে সুধিলে।

"ওহোঁ, ফৰ্ফিটচ্ খেলি আমনি লাগিছে মোৰ। আহক আমি 'উপমা' খেলোঁ। (এই খেলটো জিনাইডাই নিজে উলিওৱা। যি কোনো এটা বস্তু বাছি লোৱা হয় আৰু তাৰ উপমা প্ৰত্যেকে বিচাৰি উলিয়াব লাগে। এটাইতকৈ ভাল উপমা দিব পৰা জনে এটা পুৰস্কাৰ পায়)।

জিনাইডা খিৰিকিৰ কাষলৈ আগুৱাই গ'ল। বেলিয়ে তেতিয়া বিদায় লৈছেহে। ৰঙা দীঘল মেঘ আকাশত বিয়পি পৰিছিল।

"এই ডাৱৰবোৰ কিহৰ নিচিনা ?" প্ৰশ্ন কৰিলে জিনাইডাই আৰু কাৰো উত্তৰলৈ অপেক্ষা নকৰি কলে, "এইবোৰ ক্লিওপেট্ৰাৰ সোণৰ নাৱৰ ৰঙা পাল যেন লাগিছে মোৰ—যি সোণৰ নাৱত উঠি ক্লিওপেট্ৰা গৈছিল এণ্টনিৰ লগত মিলনৰ কাৰণে। ময়ডানভ, মনত আছে, আপুনিয়েই মোক এইদৰে কৈছিল কিছুদিন আগতে ?"

আৰু আমি সকলোৱে পলোনিয়াচৰ দৰে তেতিয়াই সিদ্ধান্ত কৰিলোঁ যে, ডাৱৰবোৰে ঠিক সেই ৰঙা ৰঙৰ পালৰ কথাই মনত পেলাই দিছে আৰু তাতকৈ ভাল উপমা আমাৰ আন কোনেও দিব নোৱাৰে।

"এণ্টনিৰ বয়স তেতিয়া কিমান ?" প্ৰশ্ন কৰিলে জিনাইডাই।

"তেওঁ বোধকৰো তেতিয়া তৰুণ যুৱক"—ম্যালেভ্স্কিয়ে কলে ;

"ঠিক, তৰুণ যুৱক"—জোৰ দি কলে ময়ডানভে।

লুচিনে কলে, "মাফ্ কৰিব, তেতিয়া তেওঁৰ বয়স চল্লিশৰ ওপৰ।"

লুচিনৰ ফালে এক দ্ৰুত কতাক্ষ হানি প্ৰতিধ্বনিৰ দৰেই কৈ উঠিল জিনাইডাই ঃ "ছকুৰি পাৰ হৈছিল...।"

ইয়াৰ অলপ পাচতে মই ঘৰলৈ ঘূৰিলোঁ। নিজে কব নোৱাৰাকৈয়ে ফুচ্‌ফুচাই কলোঁ ঃ "জিনাইডা প্ৰেমত পৰিছে।"

## ১২

দিন যোৱাৰ লগে লগে জিনাইডা বেছি ৰহস্যময়, বেছি দুৰ্বোধ্য হৈ আহিল। এদিন তেওঁৰ ঘৰত সোমাই দেখিলোঁ, তেওঁ মেজৰ দাঁতিত মূৰ থৈ এখন বেতৰ চকিত বহি আছে। মই গ'লত তেওঁ পোন হৈ বহিল। দেখিলোঁ চকুৰ পানীৰে তেওঁৰ দুয়ো গাল তিতা।

জোৰেৰে হাঁহি তেওঁ কলে, "অ' আপুনি? আহক।"

মই তেওঁৰ কাষ চাপি গলোঁ। তেওঁ মোৰ মূৰত হাত ৰাখিলে। তাৰ পাচত মূৰৰ চুলি ধৰি পকাবলৈ ধৰিলে।

মই কলোঁ, "দুখ পাইছোঁ।"

তেওঁ কলে, "অ' দুখ পাইছে। হয় নেকি? মই দুখ পোৱা নাইনেকি?"

"অ'!" মোৰ চুলি এসোপা উভালি নিজে কৈ উঠিল তেওঁ, "চাওক মই কি কৰিলোঁ। বেচেৰা মঁচিয়ে ভোলডেমাৰ!"

ছিঙা চুলিখিনি সাৱধানে লৈ তেওঁ নিজৰ আঙুলিত আঙঠিৰ দৰে মেৰিয়াই ললে।

"মই আপোনাৰ এই চুলি লকেটত ভৰাই ডিঙিত পিন্ধিম।" জিনাইডাই কলে! তেওঁৰ চকুত পানী চল্‌চলীয়া হৈ উঠিল। তেওঁ আকৌ কলে, "হয়তো তেতিয়া আপুনি অলপ শান্তি পাব।.... এতিয়া যাওক।"

ঘৰলৈ ঘূৰি আহি দেখিলোঁ গণ্ডগোল। দেউতা আৰু মাৰ কিবা এটা কথাত কাজিয়া লাগিছে। মায়ে দেউতাক গালি



পাৰিছে, আৰু দেউতা সাধাৰণতে থকাদি মনে মনে আছে। অলপ পৰৰ পাচত দেউতা ওলাই গল। মায়ে কি কৈছিল মই নুশুনিলোঁ; তাৰ উপৰি সেই কথা শুনাৰ নিচিনা মনৰ অৱস্থাও মোৰ নাছিল। মাত্ৰ ইমানেই মনত আছে যে গণ্ডগোলৰ পাচত মায়ে মোক নিজৰ কোঠালৈ মাতি নিলে আৰু ৰাজকুমাৰীৰ ঘৰলৈ মই মনে মনে যোৱাৰ কাৰণে বেয়া পোৱা বুলি কলে। 'মা'ৰ মতে ৰাজকুমাৰী জিনাইডা এনেকুৱা ছোৱালী যে যি কোনো কামকে কৰিবলৈ লাজ নকৰে। মই মাৰ হাতত চুমা খাই (মই 'মা'ৰ কথা বন্ধ কৰিব খুজিলেই এই বুদ্ধি সদায় কৰিছিলোঁ) মোৰ কোঠাত সোমালোঁগৈ। জিনাইডাৰ চকুপানীয়ে মোক একেবাৰে বিমূঢ় কৰি পেলাইছিল। কিন্তু এই চকুৰ পানী একো বুজিব পৰা নাছিলোঁ, কেৱল নিজৰো কান্দিবৰ মন গৈছিল। ষোল বছৰ বয়স হলেও মই তেতিয়াও শিশু হৈয়ে আছিলোঁ। মালেভস্কিৰ কথা মই আৰু ভবা নাছিলোঁ। অৱশ্যে দিনে দিনে বেলোভজোৰভ মালেভস্কিৰ প্ৰতি হিংস্ৰ হৈ উঠাটো লক্ষ্য কৰি আছিলোঁ। বেলোভজোৰভে লিক্‌লিকীয়া চেহেৰাৰ কাউন্টৰ ফালে চাই থাকিছিল—ঠিক যেনেকৈ কুকুৰনেচীয়া বাঘে ছাগলীৰ পোৱালিৰ ফালে চাই থাকে। আচলতে তেতিয়া কাৰো একো কথাই মোৰ মনত ঠাই পোৱা নাছিল। ইটোৰ পাচত সিটো ভাবি মোৰ মন তেতিয়া ব্যস্ত, মই তেতিয়া বিচাৰি ফুৰিছিলোঁ নিৰ্জনতা। ভঙা কাঁচৰ ঘৰটোৰপ্ৰতি মোৰ তেতিয়া মোহ উপজিছিল। তাৰ ওখ বেৰৰ ওপৰত উঠি বহিবলৈ লৈছিলোঁ মই—নিঃসংগ, বিষণ্ণ মন লৈ এটা কিশোৰ। নিজৰ কাৰণেই নিজৰে খুব দুখ লাগিছিল। আৰু এই বিষাদৰ অনুভূতি কিমান যে উপভোগ কৰিছিলোঁ—সেই বিষাদৰ মাজত পৰি কি যে আনন্দ পাইছিলোঁ।

এদিন সেই বেৰৰ ওপৰত বহি দূৰলৈ চাই আছিলোঁ আৰু শুনি আছিলোঁ গীৰ্জাৰ ধ্বনি...হঠাৎ সিৰ্‌সিৰাই উঠিল মোৰ গা।

অৱশ্যে হঠাতে অহা বতাহৰ পৰশত বা আকস্মিক ভয়ত নহয়। কোন যেন ওচৰেদি, মোৰ ওচৰেদ্দি, ঘোৰা যেন লাগিল।...তললৈ চালোঁ। দেখিলোঁ, তলৰ ৰাস্তাইদি জিনাইডা গৈছে; তেওঁৰ সাজপাৰ ছাইৰঙী—আৰু কান্ধত এটা গোলাপী ছাতি। তেওঁ মোক দেখি ব'ল। গলধনৰ টুপিটো অলপ তুলি মখ্মলৰ দৰে কোমল এযুৰি চকুৰে মোলৈ চালে।

এক অদ্ভুত হাঁহিৰে তেওঁ মোক সুধিলে, "কি কৰিছে ইমান ওপৰত?....আচ্ছা, আপুনিতো সদায় কয় মোক ভাল পায় বুলি। বাৰু, সঁচাকৈয়ে যদি ভাল পায়, তেন্তে জাপ মাৰি ৰাস্তাত পৰকচোন বাৰু।"

কথা কৈ তেওঁ শেষ নৌ কৰোঁতেই মই জাপ মাৰি পৰিলোঁ ৰাস্তাৰ ওপৰত। যেন কোনোবাই মোক পিচৰপৰা ঠেলি পেলাইহে দিলে। বেৰখন আছিল চৌদ্ধ ফুট ওখ। ভৰিত ভৰ দি পৰিলোঁ, কিন্তু ইমান দুখ পালোঁ যে মই থিয় হৈ থাকিব নোৱাৰা হলোঁ, খন্তেকৰ কাৰণে অচেতন হৈ মাটিত পৰি গলোঁ। যেতিয়া জ্ঞান পালোঁ, চকু নেমেলাকৈয়ে মোৰ অতি ওচৰত জিনাইডাৰ উপস্থিতি অনুভৱ কৰিলোঁ। মোৰ ওপৰত হালি পৰি চিন্তিত মৰমকোমল মাতেৰে তেওঁ কৈছিল, "সোণ মোৰ, কি কাম কৰিলা, কিয় মোৰ কথা শুনিলা?" তুমিতো জানাই, মই তোমাক ভাল পাওঁ। উঠা, চাওঁ উঠা এতিয়া!"

কিমান ওচৰত অনুভৱ কৰিলোঁ তেওঁৰ উতলা বুকুৰ কঁপনি, মূৰত তেওঁৰ হাতৰ পৰশ—আৰু তাৰ পাচত কি যে পালোঁ মই!....তেওঁৰ কোমল কেঁচা ওঠ দুটাৰ পৰা চুমা বৰষিবলৈ ধৰিলে মোৰ মুখত...আনকি মোৰ ওঠতো...যদিও মই চকু মেলা নাছিলোঁ, তথাপি জিনাইডাই ভালকৈ বুজিব পাৰিলে মোৰ জ্ঞান ফিৰি অহা বুলি। সেই কাৰণে তেওঁ হঠাতে উঠি থিয় হৈ কলে ঃ

"দুষ্ট, উঠক এইবাৰ! ধূলিবালিবোৰত পৰি আছে কিয়?"



মই উঠিলোঁ। জিনাইডাই কলে, "চাওকচোন মোৰ ছাতিটো ক'ত পেলালোঁ। বিচাৰি দিয়কচোন। আৰু শুনক, সেইদৰে মোৰ ফালে চাই নাথাকিব।...কি হল? বিষাইছেনেকি? কাঁইটে বিন্ধা যেন লাগিছে! সেইদৰে নাচাব বুলি কৈছোঁ নহয়!"...."সেয়া চোৱা" নিজে নিজেই কৈ গ'ল জিনাইডাই, "কথাও শুনা নাই মোৰ, উত্তৰো নাই! ভোলডেমাৰ! ঘৰলৈ যাওক, কাপোৰ-কানিবপৰা ধূলিবোৰ একৰাই লওক—আৰু শুনক, মোৰ পিচে পিচে নাহিব। তেতিয়া হলে মই খুব খং কৰিম, আৰু কেতিয়াও...."

কথা শেষ নকৰাকৈয়ে জিনাইডা খৰকৈ খোজ পেলাই আঁতৰি পৰিল আৰু মই বাটৰ দাঁতিত বহি থাকিলোঁ। মোৰ ভৰি দুটা কঁপিছিল। মোৰ হাতত কাঁইটে বিন্ধিছিল। পিঠিটো টন্‌টনাইছিল, মূৰ ঘূৰাইছিল—তথাপি যি পৰম সুখ সেই মুহূৰ্তত অনুভৱ কৰিছিলোঁ, তেনেকুৱা সুখ জীৱনত আৰু কেতিয়াও অনুভৱ কৰা নাই। সেই সুখ মধুৰ বেদনাৰ দৰে বিয়পি পৰিল মোৰ অংগে অংগে, তাৰ পাচত এক বিৰাট উলাহত মই জপিয়াই, চিঞৰি, ঘূৰি ফুৰিলোঁ। সঁচাকৈয়ে মই তেতিয়া শিশুৱেই আছিলোঁ।

## ১৩

গোটেই দিনটো মোৰ মন এনেকুৱা এক গৰ্ব আৰু সুখেৰে উপচি ৰৈছিল, জিনাইডাৰ ওঠৰ পৰশ ইমান সজীৱ হৈ মোৰ মুখত লাগি ৰল, এনেকুৱা এক পুলক শিহৰণত মনত পৰিবলৈ ধৰিলে তেওঁ কোৱা প্ৰতিটো কথা, মোৰ এই হঠাতে অহা সৌভাগ্যক মই ইমান আকলুৱাভাৱে বুকুত সাৱটি লৈ থাকিলোঁ যে, মই প্ৰায় ভয় খালোঁ। মোৰ এই নতুন অনুভূতিৰ উৎস জিনাইডাক দেখা কৰাবো সাহ নাইকিয়া হ'ল মোৰ। ভাব হৈছিল যে

ভাগ্যক খুজিবলৈ মোৰ আৰু একো নাই, এতিয়া মাথোন 'শেষ বাৰৰ কাৰণে উশাহ লম বুকু ভৰি আৰু তাৰ পাচত মৰণ।' যি হওক, পিচদিনা যেতিয়া আগৰ দৰেই জিনাইডাৰ ঘৰৰ ফালে যাবলৈ আগ বাঢ়িলোঁ, তেতিয়া অনুভৱ কৰিলোঁ এক আচৰিত উত্তেজনা আৰু মিছাকৈয়ে যত্ন কৰিলোঁ সেই উত্তেজনাক সংযত ঘনিষ্ঠতাৰ ছদ্ম আৱৰণেৰে ঢাকি ৰাখিবলৈ। মই ভাবিছিলোঁ, যিবোৰে গোপন কথা গোপনে ৰাখিব জানে বুলি জনাৰ খোজে সেইবোৰৰ কাৰণেই এনেকুৱা ছদ্ম আৱৰণৰ দৰ্কাৰ। কণমানো আবেগৰ চিন নেদেখুৱাই জিনাইডাই মোক খুব সহজভাৱে মাতবোল কৰিলে। কেৱল মোলৈ এটা আঙুলি টোৱাই তেওঁ সুধিলে, মোৰ গাত ক'ববাত কাটিছেনেকি। সংযত সান্নিধ্যৰ ভুৱা ঢাকনি এবাই পৰিল মোৰ, উত্তেজনাও হেৰাল। মই তেওঁৰপৰা বিশেষ কিবা এটা আশা কৰা নাছিলোঁ, কিন্তু তথাপি তেওঁৰ আবেগহীন ব্যৱহাৰে মোৰ উত্তেজনাত চেঁচাপানী ঢালিলে। বুজিলোঁ, জিনাইডাৰ কাৰণে মই এটা শিশু, তাতকৈ বেছি একো নহয়। এই উপলব্ধিয়ে যে কি এক বিষাদ বোৱাই আনিলে মোৰ বুকুলৈ। জিনাইডাই মজিয়াত ইফালে সিফালে খোজ কাঢ়ি ফুৰিছিল। আৰু যেতিয়াই মোৰ ওপৰত তেওঁৰ চকু পৰিছিল, তেতিয়াই সাউতকৰে এটা মিচিকি হাঁহি মাৰিছিল; কিন্তু ভালকৈ বুজিব পাৰিছিলোঁ যে, তেতিয়া তেওঁৰ মন বহুত দূৰত আছিল। এবাৰ ভাবিলোঁ, "কালিৰ ঘটনাটোৰ কথাকে উলিয়াওঁ নেকি? মোৰ সকলো সন্দেহ দূৰ কৰিবলৈ সুধি দিওঁনেকি—কালি তেওঁ ইমান ব্যগ্ৰতাৰে কলৈ গৈছিল?..."

কিন্তু সেই চিন্তা তাতে এৰি কোঠাৰ এটা অন্ধকাৰ কোণত মনে মনে বহি থাকিলোঁ!

বেলোভজোৰভ আহি ঘৰত সোমাল। তেওঁক দেখি মই সঁচাকৈ ভাল পালোঁ।

তেওঁ গহীনাই কলে, "আপোনাক উঠিবলৈ দিবলৈ ভাল ঘোঁৰা



মই নাপালোঁ। ক্ৰয়টাগে অৱশ্যে কৈছে যে তেওঁ এটা দিব পাৰে কিন্তু সেইটো ঘোঁৰাৰ বিষয়ে মই একো নাজানো। সেই কাৰণে ভয় লাগে।"

জিনাইডাই সুধিলে, "ভয়? কিহৰ ভয়, বুজাই কওকচোন।"

"ভয় কিহৰ? বাঃ! আচলতে আপুনি ঘোঁৰাত উঠিবই নাজানে। ভগৱানে নকৰক, কিন্তু ধৰক যেনিবা কিবা এটা ঘটিল। হঠাৎ আপোনাৰ ঘোঁৰাত উঠিবৰ মন গ'ল কিয়?"

"এইটো মোৰ নিজৰ কথা, বুজিছে জানোৱাৰ মহাশয়। বাৰু, পিয়ট্ৰ ভাচিলিয়েভিচকে কম তেনেহলে।..." (মোৰ দেউতাৰ নাম আছিল পিয়ট্ৰ ভাচিলিয়েভিচ। এনেকুৱা সহজ স্বাভাৱিক সুৰত তেওঁ দেউতাৰ নাম উচ্চাৰণ কৰিলে যে মই অবাক হৈ গলোঁ। মনত হ'ল, তেওঁ যেন জানে—তেওঁক ভাল লগাবলৈ দেউতা সদায় সাজু)।

বেলোভজোৰভে কলে, "অ', তেন্তে তেখেতৰ লগতে আপুনি ঘোঁৰাত উঠি ফুৰিবলৈ যাব।"

"তেখেতৰ লগতে যাওঁ বা আন কাৰোবাৰ লগতে যাওঁ—আপোনাৰ কাৰণে একে কথাই। অন্ততঃ আপোনাৰ লগত যে নহয়, সেইটো ঠিক।"

"মোৰ লগত নহয়!" জিনাইডাৰ কথাকিটাৰ প্ৰতিধ্বনিহে যেন বেলোভজোৰভৰ মুখত ফুটি ওলাল।

"ভাল বাৰু, আপোনাৰ ইচ্ছা। ঘোঁৰা মই আপোনাক আনি দিওঁ ৰ'ব।"

"মনত ৰাখিব মোক ঘোঁৰাহে লাগে, গৰু নহয়। আকৌ কওঁ—মই কদমত দৌৰাবলৈ বিচাৰোঁ।"

"কদমত? তেন্তে মালেভ্স্কিৰ লগত নেকি?"

"মালেভ্স্কিৰ লগত নহবই বা কিয় বীৰ পেঙ্? শুনক, সেইদৰে মোৰফালে জলজলীয়া চকুৰে নাচাব। শান্ত হওক! আপোনাকো

এাতয়া লগত গৈ যাম। আপুনিতো জানে মালেভ্স্কিক মোৰ কেনেকুৱা লাগে।"—জিনাইডাই মূৰটো এবাৰ জোকাৰি ললে।

"মোক সান্ত্বনা দিবলৈকে আপুনি এই কথা কৈছে।" গোৰগোৰাই কলে বেলোভজোৰভে।

জিনাইডাই চকুহুটা সৰু সৰু কৰি তেওঁৰ ফালে চাই কলে, "এইদৰে কলে আপুনি সান্ত্বনা পায়?....হে মোৰ যোদ্ধা!" শেষ কথাটো জিনাইডাই এনেকৈ কলে যেন আন কোনো শব্দ তেওঁ বিচাৰি নাপালে। "মঁচিয়ে ভোলডেমাৰ, আপুনি মোৰ লগত যাবনে?"

চকু নদঙাকৈয়ে মই বিৰ্বিৰাই কলোঁ, "মই...মোৰ....এদল মানুহৰ লগত মোৰ ভাল নালাগে।"

"অ', আপুনি বিচাৰে 'নিজানত মাথো আমি দুটি?'....বাৰু, যাব যেনেকুৱা কচি," দীঘল হুমুনিয়া পেলাই কলে জিনাইডাই। "বেলোভজোৰভ! যাওক এতিয়া; কিবা কৰিব পাৰেনে চাওক। মোক ঘোঁৰা কাইলৈ লাগেই।"

"টকাটো ক'ৰপৰা আহিব শুনোচোন"—মাজতে কৈ উঠিল জাচেকিনাই।

জিনাইডাই কপাল কোঁচাই কলে, তোমাকতো দিবলৈ কোৱা নাই। বেলোভজোৰভে মোক বিশ্বাস কৰে।"

"বিশ্বাস...বিশ্বাস...." বিৰবিৰালে বুঢ়ী ৰাজকুমাৰীয়ে। তাৰ পাচত হঠাতে ডিঙি ফালি চিঞৰিলে, "ডুনিয়াস্কা।"

তিৰস্কাৰৰ সুৰত জিনাইডাই কলে, "মা, তোমাক মই এঘণ্টা সময় কিহৰ কাৰণে দিছিলোঁ?"

"ডুনিয়াস্কা?" আকৌ চিঞৰিলে জাচেকিনাই।

বেলোভজোৰভ ওলাই গ'ল। ময়ো তেওঁৰ লগতে ওলাই আহিলোঁ। জিনাইডাই মোক ৰাখিবৰ চেষ্টা নকৰিলে।





পিচাদনা খুব সোনকালেই শুই উঠিলোঁ মই। এডাল এছাৰি কাটি ললোঁ আৰু ঘূৰি ঘূৰি চহৰৰ গেট্বোৰ পাৰ হৈ গুচি গলোঁ। নিজকে সান্ত্বনা দিবলৈ কলোঁ, ঘূৰি ফুৰি মোৰ দুখ পাহৰিম। সুন্দৰ আছিল দিনটো—উজ্জ্বল, অথচ গৰমো নহয়। মাটিৰপৰা উঠি আহিছিল ৰসাল উলাহভৰা বতাহ, আৰু পাতল ধেমালি কৰি মৰ্মৰ্ শব্দেৰে সকলোৰে লগত খেলি ফুৰিছিল—সকলোকে চুই গৈছিল, কাৰো খং নোতোলাকৈ। বহুত সময় হাবিয়ে বনে, পৰ্বতে পৰ্বতে ঘূৰি ফুৰিলোঁ, তথাপি মন মোৰ ভাল নালাগিল। আচলতে দুখৰ বিলাসিতাত নিজক এৰি দিম বুলিয়েই ওলাইছিলোঁ ঘৰৰপৰা। কিন্তু মোৰ কেঁচা বয়স, সুন্দৰ দিন, ৰসাল বতাহ, খৰকৈ খোজ কাঢ়ি ফুৰাৰ আনন্দ, নিজানত ডাঠ বননিত জিৰণি—এই সকলোবোৰে গিলি মোৰ মনত এটা প্ৰভাৱ বিস্তাৰ কৰিলে। সেই পাহৰিব নোৱাৰা কথাবোৰ সেই মৌ-চুমাৰ সোঁৱৰণী দল বান্ধি আহিল মোৰ মনলৈ! মোৰ সাহ আৰু সংকল্প অকৃত্ৰিম—এই কথা জিনাইডাই কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰিব বুলি ভাবি ভাল লাগিল।...."মোতকৈ আনক তেওঁ বেছি ভাল পায়। ভাল কথা। কিন্তু আনবোৰে কি কৰিব পাৰে কয়হে। আৰু মই? মই কৰি দেখুৱাইছোঁ। কিন্তু তেওঁৰ কাৰণে যি কৰিব পাৰোঁ, তাৰ তুলনাত যি কৰিলোঁ সি একোকে নহয়...."।

তাৰ পাচত মই কল্পনাৰ লেকাম এৰি দিলোঁ। ভাবিবলৈ ধৰিলোঁ—মই যেন তেওঁক শত্ৰুৰ কবলৰপৰা উদ্ধাৰ কৰিছোঁ, মূৰৰপৰা ভৰিলৈকে মোৰ তেজ বৈছে, তাৰ পাচত কোনোবা গহ্বৰৰপৰা তেওঁক উদ্ধাৰ কৰি তেওঁৰ ভৰিৰ ওচৰত মই পৰি আছোঁ অন্তিম শয্যাত। 'মাটিল্-ডাক উদ্ধাৰ কৰি ঘোঁৰাৰ পিঠিত তুলি লৈ গৈছে মালেক-আডেলে'—আমাৰ ড্ৰয়িংৰুমৰ বেৰত আঁৰি থোৱা সেই ছবিখন মোৰ মনত পৰিল। তাৰ পাচত চকুত পৰিল, এটা ৰংচঙীয়া কাঠৰোকা

চৰাই অতি ব্যস্তভাৱে এডাল জেৰেলা বাৰ্চ গছৰ ডালত বগাই উঠিছে, আৰু উদ্বিগ্ন হৈ এবাৰ সোঁফালে এবাৰ বাঁওফালে চাইছে—তাঁৰৰ বাদ্যযন্ত্ৰৰ সুৰ খাদত নমাই বাদকে যেনেকৈ চায়।

তাৰ পাচত "তেওঁতো নহয় শুভ্ৰ তুৰাৰ...." গানটো গালোঁ। লগে লগেই মনত পৰিল সেই সময়ৰ জনপ্ৰিয় বাউল গীতটো,—"তোমাৰ আশাতে ৰৈ আছোঁ, যেতিয়া দুষ্ট বতাহে....।" এই গীতটোও গালোঁ। তাৰপাচত 'খোমাকভ'ৰ বিয়োগান্তক নাটকৰ বচন চিঞৰি চিঞৰি আবৃত্তি কৰিলোঁ—তৰাবোৰৰ উদ্দেশ্যে 'ইয়াৰমাক'ৰ ভাষণ অংশ। অনুভূতিৰ তীব্ৰতা সানি মই নিজে কিবা এটা ৰচনা কৰাৰ যত্ন কৰিলোঁ, আৰু প্ৰতি ফাঁকি কবিতাৰ শেষত থাকিবলগীয়া শাৰীটো আৱিষ্কাৰ কৰিলোঁ—"অ' জিনাইডা, জিনাইডা।" অৱশ্যে মোৰ চেষ্টা নিস্ফল হল। দুপৰীয়া খাবৰ সময় হৈ আহিছিল। মই পাহাৰৰপৰা নামি আহিলোঁ। সেইফালেদি এটা সৰু বালিময় বাট অকাই-পকাই নগৰৰ ফালে বৈ গৈছে। মই তেতিয়া বাটটোৰ ওপৰত—হঠাৎ পিচফালে ঘোঁৰাৰ খুৰাৰ শব্দ শুনিবলৈ পালোঁ! পিচলৈ ঘূৰি চাই মই নিজে নজনাকৈয়ে টুপীটো খুলিলোঁ আৰু ৰৈ গলোঁ! দেখিলোঁ ঘোঁৰাত উঠি আহিছে মোৰ দেউতা আৰু জিনাইডা। দুয়োটা ঘোঁৰা ওচৰা-ওচৰিকৈ আহিছিল। ঘোঁৰাৰ গলধনত এটা হাত থৈ জিনাইডাৰ ফালে হালি পৰি মোৰ দেউতাই হাঁহি হাঁহি কি যেন কৈছিল। জিনাইডাই কেৱল শুনিছিল—তেওঁৰ দুয়োটা আধা মেলা চকুত কঠিনতা, ওঠ দুটা চেপি ধৰিছিল। প্ৰথমতে মই জিনাইডা আৰু দেউতাক দেখিছিলোঁ। কেই মুহূৰ্তমান পাচতে বেঁকা বাটটোৰ ভাঁজ ঘূৰি ওলালহি বেলোভ-জোৰভ। এটা ক'লা তেজী ঘোঁৰাত উঠি তেওঁ আহিছিল। ঘোঁৰাই ফোঁপাইছিল—মুখেদি ফেন বৈ পৰিছিল। তেওঁ পিন্ধি আহিছিল হুচাৰৰ যুদ্ধৰ সাজ। তাৰ ওপৰত এটা ঢিলা হলো চোলা। সেই হলো চোলাৰ পাতলিবোৰ পশমেৰে কৰা। তেজী ঘোঁৰাটোৱে মুখ জোকাৰিছিল, চিঞৰিছিল, আৰু মাজে মাজে পিচৰ দুই ভৰিত থিয় হৈ দিছিল। তেনেকুৱা কৰিলেই বেলোভজোৰভে লেকাম টানিছিল আৰু পিচ মুহূৰ্ততে জোতাত লগোৱা কাঁইটেৰে আঘাত কৰি দৌৰাই দিছিল। মই বাটৰ একেবাৰে দাঁতিত থিয় হলোঁ। হঠাৎ দেউতা ঘোঁৰাৰ লেকাম টানি জিনাইডাৰ ওচৰৰপৰা আঁতৰি আহিল। জিনাইডাই লাহে লাহে দেউতাৰ মুখলৈ চকু তুলি চালে। তাৰ পাচত দুয়োজনেই মোৰ ওচৰেদি কদমত ঘোঁৰা দৌৰাই গুচি গ'ল। বেলোভজোৰভ পিচে পিচে তীব্ৰবেগে গুচি গ'ল, তেওঁৰ কঁকালত থকা তৰোৱালৰ খাপ জন্‌জন্‌কৈ বাজি গ'ল। "ভজা মিছা মাছৰ দৰে ৰঙা হৈছে এওঁ"—মই কলোঁ, মনে মনে; ...."আৰু জিনাইডা? জিনাইডা ইমান শেঁতা পৰিছে কিয়! গোটেই ৰাতি-পুৱাটো ঘোঁৰাত উঠিও শেঁতা পৰা—আচৰিত!"

মই দুগুণ কোৰত ভৰি চলাই খোৱাৰ সময়ত ঘৰ পালোঁগৈ। মোৰ দেউতাই ইতিমধ্যেই কাপোৰ সলাই হাত মুখ ধুই, সুস্থিৰ হৈ, মাৰ ওচৰত এখন হাত থকা চকিত বহি আছিল, আৰু হাতত থকা 'বিতৰ্ক' আলোচনী খনৰপৰা প্ৰবন্ধ পঢ়ি মাক শুনাইছিল। মায়ে অন্যমনস্কভাৱে শুনি আছিল। মই গৈ পাওঁতেই মায়ে মোক সুধিলে—ইমান পলম হ'ল কিয়। আৰু লগতে কলে যে যিবোৰ মানুহে য'তে ত'তে ঘূৰি ফুৰে আৰু যিকোনো মানুহৰ লগত সময় কটায়, সেইবোৰ মানুহক তেওঁ ঘিণ কৰে। মই একেবাৰে অকলেহে ফুৰিছিলোঁ বুলি কওঁ কওঁ যেন লাগিছিল, কিন্তু দেউতালৈ চকু পৰাত মই মনে মনে থাকিলোঁ।



১৫

ইয়াৰ পাচত পাঁচ-ছদিন জিনাইডাক মই দেখাকে নাপালোঁ। তেওঁ অসুস্থ বুলি হাত সাৰিলে। তথাপি সেই ঘৰলৈ প্ৰতিদিনে হাজিৰা দিবলৈ যোৱা অতিথি-সকলে—তেওঁলোকৰ ভাষাত কবলৈ

হলে—'ডিউটিলৈ' যোৱা বাদ নিদিলে। সকলোৰে হাজিৰা দি গ'ল—একমাত্র ময়ডানভৰ বাহিৰে। ময়ডানভৰ মন প্রায়ে ভাঙি পৰিছিল আৰু উৎসাহিত হোৱাৰ একো নাথাকিলেই বিমর্ষ হৈ পৰিছিল। ৰঙামুখৰ বেলোভজোৰভ ডিঙিলৈকে বুটাম লগাই কোঠাৰ একোণত মন মাৰি বহি থাকিছিল। কাউণ্ট মালেভ্স্কিৰ টেঙৰ চকুত এটা বিদ্রূপৰ হাঁহি সকলো সময়তে বিয়পি আছিল। কিছুদিনৰপৰা মালেভ্স্কি জিনাইডাৰ অনুগ্রহৰপৰা বঞ্চিত হৈ আছিল আৰু জাচেকিনাৰ প্রিয় হৈ থাকিবলৈ চেষ্টা কৰিছিল। আনকি, জাচেকিনাক এখন ভাড়া গাড়িত তুলি বৰলাটৰ ওচৰলৈ তেওঁ লৈ গৈছিল, কিন্তু সেই সাক্ষাৎ কোনো কামত নাহিল। ইয়াৰ কাৰণে মালেভ্স্কি এটা বেয়া অৱস্থাত পৰিবলগীয়া হৈছিল। কেইজনমান গোলন্দাজ অফিচাৰৰ লগত সম্বন্ধ থকা কোনোবা এটা ঘটনাৰ কথা মালেভ্স্কিক সোঁৱৰাই দিয়া হৈছিল, আৰু আত্মপক্ষ সমর্থনৰ কাৰণে মালেভ্স্কিয়ে সেই সময়ত নিজৰ অনভিজ্ঞতাই ইয়াৰ কাৰণ বুলি কোৱাৰ বাহিৰে আন একো কবলৈ বিচাৰি পোৱা নাছিল। লুচিন দিনে এবাৰ নে দুবাৰ আহিছিল, কিন্তু বেছি সময় নাথাকিছিল। সেই এদিন আলোচনা হোৱাৰ পাচৰপৰা তেওঁৰ সম্বন্ধে মোৰ এটা ভয় হৈছিল, আৰু এটা সঁচা আকর্ষণো লগতে হৈছিল। এদিন তেওঁ মোৰ লগত নেস্কুচ্নি উদ্যানত ফুৰিবলৈ গৈছিল। ফুৰা সময়খিনিত তেওঁ মোৰ লগত খুব অমায়িক আৰু মৰমসনা ব্যৱহাৰ কৰিছিল। বিভিন্ন গছ-গছনি, ফুলৰ নাম আৰু বিশেষ গুণৰ সম্বন্ধে তেওঁ মোক বহুত কথা কৈছিল। এবাৰ হঠাতে বৈ অপ্রাসংগিকভাৱে তেওঁ কৈ দিছিল: "কি যে গৰু মই। ভাবিছিলোঁ তাই খেলা কৰে, এতিয়া দেখিছোঁ, কিছুমান মানুহে নিজকে বলি দি সুখ পায়।"

"কি কৈছে আপুনি?" মই প্রশ্ন কৰিছিলোঁ।

লুচিনে চোকা মাতেৰে উত্তৰ দিছিল, "নাই, একো নহয়। আপোনাক অন্ততঃ একো কোৱা নাই।"



জিনাইডাই মোক গা এৰা দি ফুৰিবলৈ ধৰিলে। সহজেই বুজিব পাৰিলোঁ যে মোত চকু পেলাবলৈকো তেওঁ ভাল নোপোৱা হৈ আহিছে। তেওঁ মোক দেখিলেই নিজে নিজে মুখ ঘূৰাই লৈছিল। এইটো মোৰ কাৰণে অতি কষ্টকৰ হৈছিল, প্রায় অসহ্য হৈছিল। কিন্তু কৰিবলৈ একো নাছিল। মই তেওঁৰ চকুৰ আগত নপৰিবলৈ সদায় চেষ্টা কৰিছিলোঁ। দূৰৰপৰাই তেওঁক চাই তৃপ্ত হ'ব খুজিছিলোঁ—কিন্তু সকলো সময়তে তেনে কৰিব পৰা নাছিলোঁ। তেওঁৰ ভিতৰত আগৰ দৰেই বুজিব নোৱাৰা কিবা যেন ঘটিছিল। তেওঁৰ মুখৰ ভাব, আনকি তেওঁৰ চাল-চলনো যেন সলনি হৈ গৈছিল।

তেওঁৰ এই পৰিবর্তন হোৱা কথাটোৱে মোক বেছিকৈ ভয় খুৱালে এদিন। সেইদিনৰ সন্ধিয়াটো আছিল উম থকা। এজোপা লতাৰে ঘেৰা ঠাইৰ তলত থকা বেঞ্চ এখনত মই বহি আছিলোঁ। এইটুকুৰা মোৰ ভাল লগা জিৰণিৰ ঠাই আছিল। তাৰপৰা জিনাইডাৰ কোঠাৰ খিৰিকি দেখা গৈছিল। মই বহি আছিলোঁ। মোৰ মূৰৰ ওপৰত আন্ধাৰ ঘন হৈ অহা পাতবোৰৰ মাজত এটা সৰু চৰাই উৰি ফুৰিছিল, এটা ছাই-ৰঙী মেকুৰী তাৰ পিঠিটো টানি সমান কৰি সাৰসিকতি নোহোৱাকৈ বাগানত সোমাইছিলহি, অসময়ত উৰি অহা এগাল গুবৰুৱা পোক পোহৰ নথকা স্বচ্ছ আকাশত ঘূৰি ঘূৰি উৰিছিল আৰু এক সুৰৰ আমনি লগা গুণগুণনিৰে আকাশ বতাহ গধুৰ কৰি পেলাইছিল। খুলিবই—এই আশা কৰিয়েই জিনাইডাৰ খিৰিকিলৈ চাই আছিলোঁ। কিছুপৰৰ পিচতে শব্দ কৰি খিৰিকিখন খোল খাই গ'ল আৰু জিনাইডা আহি খিৰিকিৰ ওচৰত থিয় হ'লহি। তেওঁ বগা কাপোৰ পিন্ধি আছিল। তেওঁৰ মুখ, ডিঙি, হাত আদি সকলোৰেই আছিল সেই বগা কাপোৰৰ সমান শেঁতা। জিনাইডাই কপাল কোঁচাই একেথৰে বহুত সময় সমুখৰফালে চাই থাকিল। এনেকুৱাকৈ চাই থকা তেওঁক মই আগেয়ে কেতিয়াও দেখা নাছিলোঁ। তাৰ পাচত হাত

ত্বৰন টানকৈ একেলগ কৰি প্ৰথম ওঠত লগালে, তাৰ পাচত কপালত। হঠাৎ আঙুলিবোৰ মেলি ধৰি কাণৰ দাঁতিৰ চুলিবোৰ পিচলৈ দি চুলিবোৰ জোকাৰি দিলে। শেষত, হঠাতে এটা দৃঢ় সংকল্প কৰাৰ ভংগিত মূৰটো জোকাৰ মাৰি সশব্দে খিৰিকিখন বন্ধ কৰি দিলে।

তিনি দিন পাচত জিনাইডাৰ লগত দেখা হ'ল বাগিচাত। মই গুচি যাবই খুজিছিলোঁ, কিন্তু জিনাইডাই মোক আগচি ধৰিলে। "আহক, দিয়কচোন আপোনাৰ হাতখন," আগৰ মৰম কোমল মাতেৰে কলে জিনাইডাই, "বহুত যুগ ধৰি যেন আপোনাৰ লগত ভালকৈ কথা পতা নাই।"

মই তেওঁৰ ফালে চালোঁ। স্নিগ্ধ এক দীপ্তি আছিল তেওঁৰ চকুত। কুঁৱলীৰ আঁৰত বৈ যেন তেওঁ মিচিক্-মাচক্ হাঁহিছিল।

মই সুধিলোঁ, "আপুনি এতিয়াও অসুস্থ নেকি ?"

"ওহোঁ, সেই অসুখ আৰু নাই", এটা সৰু ৰঙা গোলাপ ছিঙি আনোতে তেওঁ কলে, "এটা ভাগৰৰ ভাবহে আছে এতিয়াও ; সিও যাব।"

"আকৌ আগৰ নিচিনা হ'বনে আপুনি ?"—মই সুধি পেলালোঁ।

জিনাইডাই ফুলটো মুখৰ ওচৰলৈ তুলি নিলে। ফুলৰ পাহিবোৰে তেওঁৰ গালৰ ওপৰত নিজৰ ছাঁ মেলি ধৰা যেন লাগিল মোৰ।

"কিয় ? কিবা সলনি হৈ গৈছোঁ নেকি ?"

সৰু মাতেৰে কলোঁ, "হয়, গৈছে তো।"

জিনাইডাই কলে "আপোনাক মই দূৰে দূৰে ৰাখিছিলোঁ। মই সেই কথা জানো। কিন্তু আপুনি বেয়া পোৱা উচিত হোৱা নাই...তাকে নকৰি মোৰ উপায় নাছিল....যাওক, এই বিষয়ে তৰ্ক কৰি কি হ'ব ?"

আবেগ সানি দুখেৰে কৈ পেলালোঁ, "আপোনাক মই ভাল-পোৱাটো আপুনি নিবিচাৰে। এয়ে আচল কথা।"



"বিচাৰোঁ, নিশ্চয় বিচাৰোঁ—অৱশ্যে আগেয়ে যেনেকৈ ভাল পাইছিল তেনেকৈ নহয়।"

"তেন্তে কেনেকৈ ?"

গোলাপ পাহ মোৰ নাকৰ ওচৰলৈ আনি তেওঁ কলে, "বন্ধুভাৱে ! আহক, আজিৰপৰা আমি দুয়ো বন্ধু হওঁ। মই আপোনাতকৈ বয়সত বহুত ডাঙৰ। মই আপোনাৰ মাহীমাক হ'ব পাৰিলোঁহেতেন। নহয়, মাহী আই নহয়, বায়েক হোৱাই ভাল। আৰু আপুনি...."

"আৰু মই আপোনাৰ ওচৰত শিশু, নহয় জানো ?"

"নহয়নো কি ? শিশুৱেই। কিন্তু খুব ভাল, খুব বুধিয়ক, খুব মিঠা-মিঠা এটি শিশু। আৰু সেই শিশুক মই ভালপাওঁ। বাৰু কওঁ শুনক ; আজিৰপৰা আপোনাক মই মোৰ অনুচৰ হিচাপে কাম দিলোঁ। মনত ৰাখিব কোনো অনুচৰেই ৰাণীৰ কাষৰপৰা আঁতৰ নহয়। এয়া লওক আপোনাৰ প্ৰতীক।" মোৰ কোটৰ ফুল লগোৱা ফুটাটোত গোলাপপাহ লগাই দি জিনাইডাই কলে, "এয়া হ'ল মোৰ অনুগ্ৰহৰ প্ৰতীক।"

মই বিৰ্বিৰাই কলো, "আপোনাৰপৰা অলপ আন ধৰণৰ প্ৰতীক মই ইয়াৰ আগতে পাইছোঁ।"

"আঁ !" চোৰ চাৱনিৰে মোলৈ চাই জিনাইডাই কলে, "কি আচৰিত মনত থাকে ল'ৰাটোৰ......ভাল কথা, মই এতিয়াও দিব পাৰোঁ"......এই বুলি মোৰ ফালে হালি পৰি মোৰ কপালত এটা শান্ত শুচি চুমা আঁকি দিলে।

মই তেওঁৰ ফালে কেৱল চায়েই থাকিলোঁ। তেওঁ ঘূৰি ঘৰৰ ফালে যাওঁতে যাওঁতে কলে, "হেৰি অনুচৰ, আহক মোৰ লগত।" অবাক হৈ মই তেওঁৰ পিচে পিচে যাবলৈ ধৰিলোঁ। ভাবিবলৈ ধৰিলোঁ, "এই চেনেহভৰা বুদ্ধিমতী গাভৰু জানো মোৰ আগৰ চিনাকি জিনাইডা ? তেওঁৰ গঢ়-গতিয়েই আগতকৈ শান্ত হোৱা

যেন লাগিল। তেওঁৰ দেহ-লতা হৈ পৰিছে আগতকৈ বেছি মৰ্য্যাদাপূৰ্ণ, আগতকৈ বেছি মাধুৰ্য্যময়।”

১৬

ৰাতিৰ আহাৰ খোৱাৰ পাচত দিনৌ অহা অতিথিৰ দল একে-দৰে জিনাইডাৰ ঘৰত উপস্থিত হ'লহি, সেইদিনাও। জিনাইডা নিজস্ব কোঠাৰপৰা ওলাই আহিল তেওঁলোকক মাত-বোল কৰিবলৈ। সেইদিনা সকলো আহি তাত গোট খাইছিলহি—ঠিক পাহৰিব নোৱাৰা প্ৰথম দিনাৰ দৰেই; আনকি নিৰ্মাৎস্কিও আহিছিল। নতুনকৈ লিখা এটা কবিতা লৈ সেইদিনা ময়ডানভ সকলোতকৈ আগতে আহিছিল। আমি সেইদিনা আকৌ ফৰ্ফিট্‌ৰ খেলা খেলিলোঁ, অৱশ্যে সেইদিনা আগৰ উতলা আনন্দ নাছিল। অধৰী জীৱনৰ আদিম বনৰীয়া উলাহ সেইদিনা বাদ পৰিছিল। সেইদিনাৰ পাৰ্টিত এটা নতুন আকৰ্ষণ সৃষ্টি কৰিলে জিনাইডাই। অনুচৰ হিচাপে মই ঠিক তেওঁৰ দাঁতিতে বহিছিলোঁ। খেলৰ মাজতে হঠাতে জিনাইডাই প্ৰস্তাৱ কৰিলে যে চিঠি-খেলত চিন দিয়া কাগজখন যিজনে পাব, তেওঁ আন সকলোকে নিজৰ সপোনৰ কথা ক'ব লাগিব। কিন্তু এই ব্যৱস্থা ভাল নহ'ল। কাৰণ সপোনৰ বৰ্ণনাবোৰ ৰস নোহোৱা হ'ল (বেলোভজোৰভে কলে, তেওঁ বোলে স্বপ্নত ঘোঁৰাক মাছ খুউৱা দেখিছে, আৰু ঘোঁৰাটোৰ মূৰ বোলে কাঠৰ)। আন কিছুমান স্বপ্নৰ বৰ্ণনা হ'ল একেবাৰে কল্পনা, নহলে অস্বাভাৱিক......ময়ডানভে এখন সম্পূৰ্ণ উপন্যাস মুখস্থ মাতিলে—তাত আছিল গালে গালে কবৰৰ স্তুপ, বীণা হাতত লোৱা দেৱদূতৰ দল, কথা কোৱা ফুলৰ থোপা আৰু দূৰৰপৰা ভাঁহি অহা গান।

জিনাইডাই অৱশ্যে এই খেল চলি থাকিবলৈ নিদিলে। তেওঁ



কলে: “শুনক, যদি সাজি সাজিয়েই কয়, তেন্তে এনেকুৱা কিবা কওক, যিটো একেবাৰে কল্পনা।” এইবাৰো প্ৰথম পাল পৰিল বেলোভজোৰভৰ।

হুচাৰজন সম্পূৰ্ণভাৱে হতবুদ্ধি হৈ পৰিল। তেওঁ কলে, “মই কল্পনা কৰিব নোৱাৰোঁ।”

“যিহকে পাই তাকে নকব,” জিনাইডাই চিঞৰি কলে, “ধৰি লওক আপুনি বিবাহিত। এতিয়া কওক, আপুনি কেনেকৈ ঘৈণীয়েকৰ লগত সময় কটাব। তেওঁক আপুনি তলা-চাবি লগাই ৰাখিবনেকি?”

“হয়, তাকে কৰিম।”

“আপুনি নিজেও তেওঁৰ ওচৰতে থাকিবনেকি?”

“নিশ্চয় থাকিম।”

“ভাল কথা। এইবাৰ ধৰক, সেই আমনিলগা জীৱন অসহ্য লাগি তেওঁ আপোনাক প্ৰতাৰণা কৰিলে?”

“মই মাৰি পেলাম তেতিয়া।”

“ধৰক তেওঁ পলাই গ'ল?”

“পিচে পিচে খেদি গৈ হত্যা কৰিম।”

“বেচ। এইবাৰ ধৰক ময়ে আপোনাৰ সেই স্ত্ৰী, কি কৰিব তেতিয়া?”

বেলোভজোৰভে খন্তেক মনে মনে থাকি কলে,

“আত্মহত্যা কৰিম।”

জিনাইডাই হাঁহি হাঁহি কলে, “বৰ চুটি আপোনাৰ কাব্য।”

পিচৰবাৰ চিঠিখেলৰ কাগজ টানিলে জিনাইডাই। ওপৰলৈ চাই তেওঁ ভাবিবলৈ ধৰিলে। শেষত তেওঁ কলে,

“শুনক মোৰ গল্পটো। ভাবি লওক এটি মনোৰম প্ৰাসাদ, গৰমকালিৰ এটা ৰাতি আৰু এক সুন্দৰ ‘বল’ নাচৰ কথা। সেই নাচৰ আয়োজন কৰিছে ৰাণীয়ে। চাৰিওফালে সিঁচৰতি হৈ পৰি

আছে সোণ, মাৰ্বল, স্ফটিক, হীৰা, ফুল, ধূপ—মুঠতে বিলাসৰ সকলো সামগ্ৰী।”

“আপুনি তো বিলাসিতাপ্ৰিয়, নহয় জানো?”—কথাৰ মাজতে কলে লুচিনে।

“বিলাস হৈছে ধুনীয়া, আৰু সকলো ধুনীয়া বস্তুকে মই ভাল পাওঁ।”—জিনাইডাই ওভোতা উত্তৰ দিলে।

“সৌন্দৰ্য্যতকৈও?”—লুচিনে সুধিলে।

“আপুনি কথাৰ চাতুৰী জানে। কি ক'ব খুজিছে বুজিব পৰা নাই। যি হওক, কথাই কথাই মুখতে ধৰি কথা নকব।....তাৰ পাচত সেই সুন্দৰ ‘বল’-নাচ চলি আছে ভালকৈয়ে। বহুত অতিথি আহিছে তালৈ। বয়সত তেওঁলোক সকলো নবীন, সুদৰ্শন, সাহসী, আৰু সকলোৱেই ৰাণীৰ প্ৰেমত আঁপোনপাহৰা।”

মালেভস্কিয়ে সুধিলে, “অতিথিসকলৰ ভিতৰত তিৰোতা নাই?”

“নাই...ৰ'ব...আছে, হয় আছে।”

“সকলো সাধাৰণ চেহেৰা-পাতিৰ নে কি?”

“সকলোৱেই সুন্দৰী। তথাপি পুৰুষসকল কেৱল ৰাণীৰ প্ৰেমতহে পৰিছে। ৰাণী ওখ আৰু লাহী...তেওঁৰ ক'লা চুলিৰ ওপৰত এটা সোণৰ মুকুটে শোভা কৰিছে।”

মই জিনাইডাৰ ফালে চালোঁ, আৰু সেই মুহূৰ্তত ভাব হ'ল যেন তেওঁ আমাৰ সকলোতকৈ ওপৰত। তেওঁৰ বগা কপালত, তেওঁৰ সৰু মিহি চেলাউৰিত এনে এক শক্তি আৰু বুদ্ধিৰ দীপ্তি দেখিবলৈ পালোঁ যে মই মনে মনে কৈ উঠিলোঁ, “আপুনিয়েই সেই ৰাণী।”

জিনাইডাই কৈ গ'ল, “সকলোৱে ঘেৰি ধৰিছে ৰাণীক, তেওঁলোকৰ মুখত তোষামোদৰ ভাষা।”

“অ', তেন্তে তেওঁ তোষামোদ ভাল পায়?” লুচিনে কলে।

“উস্ অসহ্য আৰু! খালি বাধা দিছে...জানিব পাৰোঁনে পৃথিৱীত কোনে তোষামোদ ভাল নাপায়?”



“শেষ বাৰৰ কাৰণে এটা কথা কওঁ,” মালেভস্কিয়ে কলে, “ৰাণীৰ স্বামী আছেনে কি?”

“মইতো সেই কথা ভাবি চোৱা নাই। ওহোঁ, নাই, স্বামীৰ দৰ্কাৰ কি?”

“মনে মনে থাকক”—অতি বেয়া উচ্চাৰণেৰে ফৰাচী ভাষাত ময়ডানভে চিঞৰি দিলে।

“ধন্যবাদ”—জিনাইডাই কলে, “তাৰ পাচত ৰাণীয়ে বহি বহি শুনিছে সেই তোষামোদ আৰু গান, কিন্তু তেওঁ অতিথিসকলৰ এজনৰ ফালেও ঘূৰি চোৱা নাই। কোঠাৰ চালৰপৰা পিৰালিলৈকে দীঘল খিৰিকি ছখন খোলা আছে। খিৰিকিয়েদি বাহিৰত দেখা গৈছে বিশাল তৰাভৰা আকাশ আৰু দীঘল দীঘল গছৰ অন্ধকাৰত এখন ডাঙৰ উদ্যান।

ৰাণীয়ে উদ্যানলৈ চাই ৰ'ল। সেই গছ-গছনিৰ মাজৰ অন্ধকাৰত দীঘল প্ৰেতৰ দৰে এটা দীঘল নিজৰা। অন্ধকাৰত বগা বগা হৈ জিলিকিছে; সেই গান-বাজনা আৰু গণ্ডগোলৰ মাজতো নিমাওমাওকৈ পানী পৰাৰ শব্দ শুনিবলৈ পাইছিল ৰাণীয়ে। খিৰিকিয়েদি বাহিৰলৈ চাই চাই মনে মনে তেওঁ ভাবিলে। “হে মোৰ সম্ভ্ৰান্ত অতিথি-সকল! মই জানো, আপোনালোক সকলোৱেই চহকী, বিজ্ঞ আৰু সম্ভ্ৰান্ত। আপোনালোক গোট খাইছে মোৰ চাৰিওফালে, মোৰ মুখৰপৰা সৰি পৰা যি কোনো শব্দ আপোনালোকে গ্ৰহণ কৰিছে, আপোনালোক সকলোৱেই মোৰ ভৰিত পৰি মৰিবলৈও প্ৰস্তুত, আপোনালোক সকলোৱেই মোৰ আজ্ঞাবহ...কিন্তু, সেই যে নিজৰা—সেই উচ্ছল জলধাৰাৰ কাষত মোৰ কাৰণে এজন ৰৈ আছে; সেইজনে মোক ভালপায় আৰু মই তেওঁৰ আজ্ঞাধীন। তেওঁৰ মূল্যবান সাজ-পোচাক নাই, নাই কোনো মণি-মানিক। কোনেও তেওঁক চিনি নাপায়; তথাপি তেৱেঁই হে ৰৈ আছে মোৰ প্ৰতীক্ষাত, আৰু তেওঁ জানে মই তেওঁৰ ওচৰলৈ যাম বুলি। মই যামেই। মোৰ পথ ৰোধ

কৰিব পৰা শক্তি পৃথিৱীত নাই। যেতিয়াই মোৰ মনে যাবলৈ বিচাৰিব, তেতিয়াই যাম, তেওঁৰ কাষতে থাকিম, উদ্যানৰ ঘন অন্ধকাৰৰ মাজত নিজক বিলাই দিম তেওঁৰ আগত—য'ত মৰ্মৰিত হৈছে ওখ তৰু-লতা আৰু য'ৰপৰা ওলাইছে নিজৰাৰ পানীৰ শব্দ...."

কৈ কৈ হঠাৎ বৈ গ'ল জিনাইডা।

"এই এটাইবোৰেই জানো কল্পনা?"—এটা ইংগিত থকা সুৰত সুধিলে মালেভস্কিয়ে।

জিনাইডাই তেওঁৰ ফালে ঘূৰিও নাচালে।

"বন্ধু সকল"—হঠাৎ মাত দিলে ডাক্তৰ লুচিনে, 'আমি যদি হলোঁহেতেন সেই অতিথিৰ দল, আৰু সেই নিজৰাৰ কাষত বৈ থকা ভাগ্যবান ব্যক্তিক চিনিব পাৰিলোঁহেতেন—তেন্তে আমি কি কৰিলোঁহেতেন?"

'ৰ'ব, ৰ'ব!' বাধা দি জিনাইডাই কলে, 'মই কওঁ আপোনালোকে কি কৰিলেহেতেন। বেলোভজোৰভ, আপুনি তেওঁক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰিলেহেতেন। ময়ডানভ, আপুনি তেওঁক লৈ এটা এপিগ্ৰাম লিখিলেহেতেন....ওহোঁ এপিগ্ৰাম আপুনি লিখিব নাজানে, আপুনি বাৰ্বিয়াৰৰ নিচিনাকৈ আয়ম্বিক ছন্দত এটা বেচ দীঘল কবিতা ৰচনা কৰি পেলালেহেতেন আৰু 'টেলিগ্ৰাফ' কাগজত উলিয়ালেহেতেন। আপুনি নিৰ্মাৎস্কি, আপুনি তেওঁৰপৰা টকা ধাৰলৈ বিচাৰিলেহেতেন, ওহোঁ, তেওঁক বেছি সুতত টকা ধাৰলৈ দিলেহেতেন। আৰু ডাক্তৰ, আপুনি'—খন্তেক বৈ জিনাইডাই আকৌ কলে, "আপুনি কি কৰিলেহেতেন মই কব নোৱাৰোঁ।"

'ৰাজসভাৰ চিকিৎসক হিচাপে মই ৰাণীক কলোঁহেতেন যে, অতিথিসকলক সম্বৰ্ধনা জনোৱাৰ উপযোগী মানসিক অৱস্থা নাথাকিলে যেন তেওঁ কেতিয়াও 'বল' নাচলৈ নাযায়।"

"বোধকৰোঁ আপুনি ঠিক কামকে কৰিলেহেতেন! এইবাৰ কাউণ্ট, আপুনি কি কৰিলেহেতেন?"



প্ৰাণহীন হাঁহি মাৰি মালেভ্স্কিয়ে কলে, "মই?"

"আপুনি তেওঁক এটা বিহ-সনা মিঠাই খাবলৈ দিলেহেতেন"—জিনাইডাই কলে।

মালেভ্স্কিয়ে লেউসেউ হৈ দেখিবলৈ টেঙৰ যেন চকু দুটা কোঁচাই চালে আৰু পাচ মুহূৰ্ততে হো-হোকৈ দগৰি হাঁহিলে।

"আৰু ভোলডেমাৰ। আপুনি?" জিনাইডাই সুধিয়েই লগতে কলে, "যাওক, এই খেল বহুত খেলা হ'ল। আৰু নালাগে। এইবাৰ আন কিবা এটা খেলোঁ আহক।"

মাতত বিহ সানি মালেভ্স্কিয়ে কলে, "ৰাণী যেতিয়া পাৰ্কৰ ফালে দৌৰি গ'লহেতেন, তেতিয়া একান্ত বাধ্য চাকৰৰ দৰে মঁচিয়ে ভোলডেমাৰে ৰাণীৰ গাউনৰ পাতলী দাঙি ধৰি পিচে পিচে দৌৰিলেহেতেন।"

মোৰ মুখ ৰঙা পৰিল, কিন্তু জিনাইডাই মোৰ গলধনত হাত থৈ মোক শান্ত কৰি, থিয় হৈ, খঙত কঁপা মাতেৰে কলে "কাউণ্ট! আপোনাক মই উদ্ধত হোৱাৰ অধিকাৰ দিয়া নাই। সেই কাৰণে মই অনুৰোধ কৰোঁ, আপুনি ঘৰৰপৰা ওলাই যাওক।" তেওঁ দুৱাৰৰ ফালে আঙুলিয়াই দেখুৱালে।

বিবৰ্ণ হৈ মালেভ্স্কিয়ে অস্পষ্ট ভাৱে কলে, "ৰাজকুমাৰী কি কৈছে?"

থিয় হৈ বেলোভজোৰভে কলে, "ৰাজকুমাৰীয়ে ঠিকেই কৈছে?"

মালেভ্স্কিয়ে ক'বলৈ ধৰিলে, "মই একেবাৰেই ভবা নাছিলোঁ। বোধকৰোঁ মোৰ কথাত এনে একো নাছিল...আপোনাক অপমান কৰাৰ কোনো ইচ্ছা মোৰ নাছিল....মই ক্ষমা খুজিছোঁ।"

জিনাইডাই কাউণ্টৰ ফালে বৰফ-চেঁচা চাৱনিৰে চাই কেৱল প্ৰাণহীন হাঁহি মাৰিলে, তাৰ পাচতে তাচ্ছিল্যৰ ভংগিত কলে, "থাকিবলৈ বিচাৰে যদি থাকক। মঁচিয়ে ভোলডেমাৰ, আমি দুয়ো

নিজৰ মূৰ গৰম কৰি ভুলেই কৰিছোঁ। হুল হানি ভাল পায় আপুনি....হানি যাবলৈ দিছোঁ।"

"ক্ষমা কৰক" আকৌ কলে মালেভ্‌স্কিয়ে। আৰু মই জিনাইডাৰ ক্ষণিক আগৰ ব্যৱহাৰ মনত পেলাই মনে মনে কলোঁ, সঁচাকৈয়ে কোনোবা ৰাণীয়েও ইয়াতকৈ বেছি সসম্ভ্ৰমে অপৰাধীক ঘৰৰপৰা উলিয়াই দিব নোৱাৰিলেহেতেন।"

এই সকু ঘটনাটোৰ পাচত ফৰ্‌ফিট্‌চৰ খেলা আৰু বেছি পৰ নচলিল। প্ৰত্যেকেই অস্বস্তি বোধ কৰিবলৈ ধৰিলে—ঠিক অপ্ৰীতিকৰ ঘটনাটোৰ কাৰণে সিমান বেছি নহয়, যিমান বেছি বোধ কৰিছিল প্ৰত্যেকেই মনত চেপি ৰখা অস্পষ্ট উদ্বেগৰ কাৰণে। প্ৰকাশ নকৰিলেও মনৰ উদ্বেগ প্ৰত্যেকেই গম পাইছিল, আৰু বুজিব পাৰিছিল যে, কাৰৰ মানুহজনৰ মনৰ অৱস্থাও একে। ময়ডানভে কবিতা আবৃত্তি কৰিলে আৰু মালেভ্‌স্কিয়ে অতি উৎসাহেৰে সেই কবিতা প্ৰশংসা কৰিলে।

"চাওক, মালেভ্‌স্কিয়ে নিজক ভাল মানুহ বোলাবলৈ কিমান ব্যস্ত হৈ পৰিছে।"—লুচিনে মোক কাণে কাণে কলে।

কিছু পৰৰ পিচতে আমি সকলো ঘৰাঘৰি গুচি গলোঁ। জিনাইডা হঠাতে আনমনা হৈ পৰিছিল। মাকে কৈ পঠিয়াছিল মূৰ কামুৰিছে বুলি। নিৰ্মাৎস্কিয়ে কলে তেওঁৰ বাতৰ বিষ আকৌ উঠা বুলি।

মোৰ বহুত পৰলৈ টোপনি নাহিল। জিনাইডাৰ গল্পই মোৰ মনৰ ওপৰত এটা অদ্ভুত চিন ৰাখি গৈছিল। "এটা কিবা ইংগিত কৰিছিল তেওঁ, কি সেই ইংগিত?"—মই নিজৰ মনকে সুধিলোঁ, "যদি সেয়ে হয়, কাৰ উদ্দেশ্যে সেই ইংগিত? আৰু যদি কিবা ইংগিত আছিলেই....কেনেকৈনো ক'ব পাৰে? নহয়, নহয়, কেতিয়াও নহয়"—গাৰুত ইখন গৰম গালৰ পিচত সিখন গৰম গাল দি মই ফুচফুচাই নিজকে কলোঁ।



...কিন্তু গল্প কওঁতে জিনাইডাৰ মুখৰ ভাব মোৰ মনত আছিল... নেচকুচনি উদ্যানত লুচিনে আশ্চৰ্য্য প্ৰকাশ কৰা মোৰ মনত পৰিল, আৰু কিছুদিনৰপৰা জিনাইডাই মোৰ প্ৰতি কৰা ব্যৱহাৰৰ পৰিবৰ্তন মনত পৰিল....আৰু মই ইটোৰ পাচত সিটো ভাবি ভাবৰ মাজতে হেৰাই গলোঁ।

"কোন তেওঁ?"—এই শব্দ দুটা যেন অন্ধকাৰৰ বুকুত জুইৰ আখৰেৰে ছপা হৈ সকলো সময়তে মোৰ চকুৰ আগত জ্বলিবলৈ ধৰিলে। এটুকুৰা দুৰ্য্যোগৰ ডাৱৰ যেন তললৈ আহি মোৰ মূৰৰ ওপৰত ওপঙি ৰ'লহি, আৰু প্ৰতি ক্ষণতে সেই ডাৱৰে মোৰ মূৰৰ ওপৰত বৰষিব যেন লাগিল। এতিয়া মোৰ বহুত অভিজ্ঞতা হৈছে, জিনাইডাৰ ঘৰৰ বহুত বস্তুৰ লগত মই অভ্যস্ত হৈ পৰিছোঁ। তেওঁলোকৰ ঘৰৰ বিশৃংখল অৱস্থা, চৰ্বিৰ চাকি, ভগা ভগা ছুৰি-কাঁটা, বোনিফাটিৰ বেজাৰমুৱা মুখ, লেতেৰা চাকৰণী, প্ৰৌঢ়া ৰাজকুমাৰী জাচেকিনাৰ অমাৰ্জিত ব্যৱহাৰ—এই বিশৃংখল ঘৰৰ একোৱেই মোৰ এতিয়া অসহনীয় নহয়...কিন্তু সেই সময়ত জিনাইডাৰ সম্বন্ধে মোৰ মনত যি দেখ-নেদেখ সন্দেহ জাগিছিল, তাক মই কোনো মতেই মানি লব নোৱাৰিছিলোঁ। মোৰ মায়ে জিনাইডাক এবাৰ "চলনাময়ী" আখ্যা দিছিল। কথাটোৱে মোৰ এতিয়া গা জ্বলাই দিলে। গাৰুত মুখ গুজি কথাটো পাহৰিবৰ চেষ্টা কৰিলোঁ, মনত আক্ৰোশে ভুমুকিয়ালে...তথাপি নিজৰাৰ কাষৰ সেই প্ৰতীক্ষা কৰি থকা ভাগ্যবান মানুহজন হবলৈ মই তেতিয়া পৃথিৱীৰ সকলো দিবলৈ প্ৰস্তুত।

মোৰ সিৰে সিৰে তেজ উতলা হৈ উঠিল। মোৰ মূৰত খেলালে, "পাৰ্ক!...নিজৰা, বাৰু সেই পাৰ্কলৈ গ'লে কেনে হয়?" সেই মুহূৰ্ততে কাপোৰ পিন্ধি বাহিৰলৈ ওলালোঁ। আন্ধাৰ ৰাতি। গছে গছে অস্পষ্ট ফুচ্‌ফাচ্‌ শব্দ। সেইবোৰো নোহোৱা হৈ আহিছে। আকাশৰপৰা নিঃশব্দে নিয়ৰ সৰিছিল। শাক-পাচলিৰ বাগিচাৰপৰা

ভাঁহি আহিছিল ফেনেল লতাৰ গোন্ধ। সকলোবোৰ বাট এবাৰ ঘূৰি আহিলোঁ। নিজৰ ভৰিৰ খোজৰ পাতল শব্দ শুনি মই ভয়ও খালোঁ, আনন্দও পালোঁ। বৈ বৈ কাণ পাতি নিজৰ বুকুৰ স্পন্দন নিজে শুনিবলৈ ধৰিলোঁ। তাৰ পাচত লাহে লাহে আহি উপস্থিত হলোঁ বেৰখনৰ কাষত, থিয় হৈ থাকিলোঁ তাত ভেজা দি। হঠাৎ মনত হ'ল যেন এটা নাৰী মূৰ্তি মোৰ ওচৰেদি লৰালৰিকৈ গুচি গ'ল। উশাহ বন্ধ কৰি তীক্ষ্ণ দৃষ্টিৰে চাই ৰলোঁ অন্ধকাৰৰ মাজলৈ...কি এইটো? মই শুনা শব্দ জানো কাৰোবাৰ ভৰিৰ শব্দ? নে মোৰ বুকুৰ ধপ্ ধপনি? ফুচফুচাই কলোঁ—"কোন?" আকৌ! সেয়া কি হাঁহি চেপি ধৰাৰ শব্দ? নে শুকান পাতৰ মৰ্‌মৰনি......নে মোৰ কাণৰ ওচৰত কাৰোবাৰ দীঘল হুমুনিয়া? মই ভয়ত বিচলিত হৈ পৰিলোঁ। আগতকৈ আৰু সৰুকৈ কলোঁ; "কোন সেয়া?"

হঠাৎ মিহি বতাহ এছাটি বৈ গ'ল, পোহৰৰ চমক তুলি খহি পৰিল আকাশৰ এটা তৰা। সুধিব খুজিলোঁ, "জিনাইডানে কি?" কিন্তু শব্দটো মোৰ ওঠত আহি বৈ গ'ল। তাৰ পাচত এক গভীৰ নিস্তব্ধতা নামি আহিল পৃথিৱীলৈ, ঠিক যেনেকৈ গভীৰ ৰাতি প্ৰায়ে নামি আহে....জোপোহা বনত গংগা ফৰিঙৰ কিচ্‌মিচ্ শব্দ বন্ধ হৈ গ'ল। কিছু পৰ তাত থিয় হৈ থাকি মোৰ কোঠাৰ চেঁচা বিচনালৈ ঘূৰি আহিলোঁ। এটা অদ্ভুত উত্তেজনা অনুভৱ কৰিছিলোঁ— যেন অভিসাৰত ওলাইছিলোঁ মই। প্ৰেমিকাক দেখা নাপালোঁ অৱশ্যে। কিন্তু আন কাৰোবাৰ সুখত কাঁইট হ'ব পাৰিছোঁ তো?

১৭

পিচদিনা কেৱল চকামকাকৈ এবাৰেই জিনাইডাক দেখিলোঁ। তেওঁ মাকৰ সৈতে এখন গাড়িত যেন কলৈ গৈছিল। লুচিনৰ লগত দেখা হ'ল, তেওঁ আভাসমাত্ৰ অভিবাদন জনালে। মালেভ্‌স্কিৰ লগতো দেখা হৈছিল। তেওঁ মোৰ ফালে চাই অকবাৰ দৰে হাঁহিলে আৰু খুব বন্ধুত্বৰ ভাব দেখুৱালে। যিসকল জিনাইডাৰ ঘৰলৈ যায়, সেইসকলৰ ভিতৰত একমাত্ৰ মালেভ্‌স্কিয়েই কোনোমতে আমাৰ ঘৰলৈ আহি 'মাৰ' প্ৰিয় হৈ উঠিব পৰিছিল। মোৰ দেউতাই তেওঁক একেবাৰে ভাল নাপাইছিল আৰু তেওঁৰ লগত যেনেকুৱা ব্যৱহাৰ কৰিছিল, তেনেকুৱা ব্যৱহাৰক অপমানেই বুলিব পাৰি।

'অনুচৰ ডাঙৰীয়া" মালেভ্‌স্কিয়ে কলে, "আপোনাক লগ পাই ভাল পালোঁ। আপোনাৰ সুন্দৰী ৰাণীয়ে কি কৰিছে এতিয়া।"

তেওঁ আকৌ কলে, "এতিয়াও মোৰ ওপৰত খং? এইটো অন্যায়। 'অনুচৰ' আখ্যাতো আপোনাক মই দিয়া নাই। তাৰ উপৰি সাধাৰণতে ৰাণীসকলেই অনুচৰ ৰাখে। কিন্তু এটা কথা কওঁ—আপুনি হলে আপোনাৰ কৰ্তব্য হেলা কৰিছে।"

"কেনেকৈ?"

"কোনো অনুচৰেই ৰাণীৰ কাষৰপৰা আঁতৰি অহা উচিত নহয়। ৰাণীয়ে কেতিয়া কি কৰে সেই বিষয়ে অনুচৰে জনা উচিত, কেতিয়া কলৈ যায় তাৰ ওপৰত চকু ৰখা উচিত।" তাৰ পাচত মাত সৰু কৰি তেওঁ কলে, "দিন, ৰাতি সকলো সময়তে।"

"কি ক'ব খুজিছে আপুনি?"

"কি ক'ব খুজিছোঁ? মোৰ কথাৰ অৰ্থ ফটফটীয়া বুলিয়েই ভাবোঁ মই। হয়, দিনতো ৰাতিও। দিনত অৱশ্যে সিমান বেছিলৈকে নহলেও চলে; কাৰণ দিনত পোহৰ থাকে; তাৰ উপৰি চাৰিওফালে থাকে বহুত মানুহ। কিন্তু ৰাতি? ৰাতিয়েইতো সকলো অঘটন ঘটে। মই কওঁ, ৰাতি আপুনি হুশুৰ। আপোনাৰ সকলো শক্তিৰে পহৰা দিয়ক। মনত ৰাখিব—ৰাতি, পাৰ্কত, নিজৰাৰ কাষত— পহৰা সেই ঠাইতে দিব। হয়তো এদিন মোক এই কথা কোৱাৰ কাৰণে আপুনি ধন্যবাদো দিব লাগিব।"

হাঁহি হাঁহি মালেভ্স্কি মুখ ঘূৰাই গুচি গ'ল। সম্ভৱতঃ তেওঁ কথাবোৰ কোনো গুৰুত্ব দি কোৱা নাছিল। সহজে পাৰ্টিত মানুহক হতভম্ব কৰাৰ কাৰণে তেওঁৰ নাম আছিল। তেওঁৰ চৰিত্ৰৰ কৃত্ৰিমতা আৰু মিথ্যাচাৰে এই বিষয়ত সাফল্য লাভ কৰাত তেওঁক সহায় কৰিছিল।

তেওঁ হয়তো মোক ঠাট্টা-মস্কৰাই কৰিছিল, কিন্তু তেওঁৰ একোটা কথাই মোৰ তেজত যেন একো ফোটা বিহ মিহলাই দিলে। তেজ গৈ মূৰত উঠিলগৈ। নিজকে নিজে কলোঁ, "অ' কথা তেন্তে এনেকুৱা! বেচ! তেন্তে পাৰ্কৰ ফালে মই এনেয়ে যোৱা নাছিলোঁ!" বুকুত ঢকিয়াই চিঞৰি কলোঁ, "কিন্তু এনেকুৱা হবলৈ নিদিওঁ মই।" অৱশ্যে কি হবলৈ নিদিওঁ—সেই বিষয়ে স্পষ্ট ধাৰণা মোৰ একো নাছিল। মনে মনে কলোঁ, "পাৰ্কত যাকে পাওঁ—তেওঁ মালেভ্স্কিয়েই হওক (মালেভ্স্কিয়ে হয়তো মোক নিজৰ কথাকে কৈ পেলালে, তেওঁৰ সেই দুঃসাহস আছে) বা আন যেয়ে হওক (আমাৰ বাগানৰ চাৰিফালৰ দেৱালখন খুব চাপৰ হোৱা কাৰণে জাপ মাৰি পাৰ হবলৈ টান নাছিল।)—মুঠতে যেয়ে হওক, মোৰ হাতত যেয়ে পৰিব তেওঁৰে দিন বেয়া। গোটেই পৃথিৱী আৰু এই বিশ্বাসঘাতিনীৰ (হয়, জিনাইডাক সেই সময়ত সেই নামকে দিছিলোঁ) আগত প্ৰমাণ কৰিম যে প্ৰতিহিংসা কেনেকৈ ল'ব লাগে মই জানো।"

ঘৰলৈ ঘূৰি আহি ড্ৰয়াৰৰপৰা উলিয়ালোঁ—কেই দিনমান আগতে কিনা এখন পেন্সিল কটা বিলাতী ছুৰি কটাৰী। আঙুলিৰে চোক পৰীক্ষা কৰিলোঁ, আৰু কপাল কোঁচায় এটা শান্ত আৰু স্থিৰ সংকল্প কৰাৰ দৰে ছুৰিখন জেপত ভৰাই ললোঁ—যেন সেইবোৰ কামত মোৰ হাত বেচ অভ্যস্ত। প্ৰথমতে খঙত মোৰ বুকু ধৰ্ফৰাইছিল, তাৰ পিচত যেন শিল হৈ পৰিলোঁ। গোটেই দিন কপাল কোঁচাই, ওঠ কামুৰি অস্থিৰভাৱে খোজ পেলাই অহা-যোৱা কৰিলোঁ—যেন মই সাংঘাতিক কিবা এটাৰ কাৰণে সাজু হৈছোঁ। হাতৰ মুঠিত থাকিল তলুৱাৰ গৰমত গৰম হৈ যোৱা ছুৰিখন। এই অনুভূতিবোৰ ইমান



নতুন, ইমান অপ্ৰত্যাশিত যে মই আপোন পাহৰা হৈ গৈছিলোঁ। ইমান উল্লাসিত হৈ উঠিছিলোঁ যে জিনাইডাৰ কথাকে মই পাহৰি গৈছিলোঁ। কল্পনাত উঠিবলৈ ধৰিলোঁ, অলেকো জিপ্চীৰ কথা মোৰ বাৰে বাৰে মনত পৰিল: 'তুমি কলৈ যোৱা, তৰুণ সুদৰ্শন যুৱক?' 'তাতে শোৱা'—আৰু, তাৰ পাচত—'তোমাৰ গোটেই শৰীৰ তেজেৰে বঙা......হেবা, কি কৰিলা তুমি?' ........'একো নহয়?' ক্ৰূৰ হাঁহি মাৰি মই কলোঁ। দেউতা ঘৰত নাছিল। মায়ে সেই সময়ত এক গুপুত উৎকণ্ঠাৰে ব্যস্ত হৈ সময় কটাইছিল। তেওঁ মোৰ এই নিৰ্ভয়ভাব লক্ষ্য কৰি খাবৰ সময়ত কৈছিল, "কি হৈছে? মেকুৰীৰ দৰে ফোচ্ফোচাই আছ কিয়?" উত্তৰ হিচাপে মই মাথোন পুতৌৰ হাঁহি মাৰিলোঁ। মনে মনে কলোঁ, "হায় যদি তেওঁলোকে জানিলেহেতেন!" এঘাৰ বাজিল। মই গৈ নিজৰ কোঠাত সোমালোঁ। কিন্তু সাজ-পোচাক নসলালোঁ। ৰাতি ১২ বজাৰ ঘণ্টা শুনিবলৈ মই ৰৈ থাকিলোঁ। অৱশেষত বাৰ বাজিল।

দাঁতে দাঁতে ঘঁহি মই ফুচ্ফুচাই কলোঁ, "এই বাৰ!" তাৰ পাচত ডিঙিলৈকে জেকেটটোৰ বুটাম মাৰি, হাত দুটা কোঁচাই লৈ, বাগানলৈ বুলি ওলাই পৰিলোঁ।

ক'ৰপৰা পহৰা দিম আগতে ঠিক কৰি থৈছিলোঁ। বাগানৰ শেষ প্ৰান্তত—য'ত জাচেকিনা আৰু আমাৰ ঘৰৰ মাজৰ চকোৱাখন দুইখন বাৰীৰ চাৰিওফালৰ ঘেৰা প্ৰাচীৰত মিলিছিলগৈ—সেইখিনিত আছিল এজোপা সবল গছ—একেবাৰে অকলশৰে। মাটিলৈকে ওলমি পৰা গছজোপাৰ পাত-ভৰা ডালবোৰৰ তলত থিয় হৈ নিশাৰ অন্ধকাৰত যিমান দূৰলৈকে দৃষ্টি যায় ঘূৰি ঘূৰি চাই ললোঁ। এইখিনিতে এটা সৰু বাট আছে। এই বাটটো সদায় মোৰ কাৰণে ৰহস্যময় যেন লাগিছিল। বেৰৰ তলেদি সাপৰ দৰে বাটটো অকাই-পকাই গুচি গৈছে। যেয়ে বেৰ পাৰ হৈ সিপাৰলৈ যায়, তেওঁৰে ভৰিৰ খোজ পৰে ঠিক এইখিনিত। তাৰ উপৰি আকাচিয়া গছৰ ডালেৰে সজা

এক ঘূৰণীয়া কুঞ্জৰ ফালে বাটটো গুচি গৈছিল! মই সৰল গছজোপাৰ গুৰিত থিয় হৈ মোৰ পহৰা আৰম্ভ কৰিলোঁ।

আগদিনাৰ ৰাতিৰ দৰে সেই ৰাতিও নিজম আছিল, কিন্তু সিমান ডাৱৰীয়া নাছিল। জোপোহা আৰু ডাঙৰ ডাঙৰ ফুলবোৰৰ সীমাৰেখা ভালকৈ দেখা গৈছিল। পহৰাৰ প্ৰথম কেইমিনিটমান ভাগৰ লগা বিধৰ, অলপ ভয়-ভয় লগাও। সকলো কৰিবলৈ মই সাজু আছিলোঁ, কিন্তু কেনেকৈ সেই কাম আগুৱাব, ভাবিবলৈ ধৰিলোঁ। বজ্ৰ কণ্ঠে মাতি সুধিম নেকি—'কোন গৈছ? ৰ! অপৰাধ স্বীকাৰ কৰ, নহলে মৰ!' নহলে, মনে মনে অন্ধকাৰত ছুৰি মাৰি দিমনেকি?...প্ৰতিটো শব্দ, নাওমান মৰ্মৰনি, প্ৰতিটো খচ্‌খচ্ শব্দই মোৰ কাৰণে অস্বাভাৱিক আৰু অৰ্থপূৰ্ণ যেন হৈ পৰিছিল......আৰু ময়ো সাজু হলোঁ....সমুখলৈ কুঁজা হলোঁ; এই-দৰে আধা ঘণ্টা গ'ল....লাহে লাহে মোৰ তেজ শান্ত আৰু স্থিৰ হৈ আহিল। লাহে লাহে চেতনা হ'ল যে, এইবোৰ কৰা সম্পূৰ্ণ অৰ্থহীন। মালেভ্‌স্কিয়ে মোৰ লগত কেৱল ধেমালি কৰিছিল আৰু মই বুৰ্বক হৈ পৰিলোঁ। সেই ঠাই এৰি বাগানৰ চাৰিওফালে এবাৰ ঘূৰি আহিলোঁ। কোনো ফালে কোনো শব্দ নাই—নিমাত নিতাল। আনকি কুকুৰটোও সেই ৰাতি বাগানৰ গেটৰ ওচৰত নেজ পকাই শুই আছিল। ভঙা কাঁচৰ ঘৰটোৰ বেৰত বগাই চালত উঠিলোঁ। তললৈ চাওঁতে মনত পৰিল জিনাইডাৰ লগত মোৰ সেইদিনাৰ সাক্ষাতৰ কথা। লগে লগে মই ভাবত বিভোৰ হৈ পৰিলোঁ।

হঠাৎ চক্ খাই উঠিলোঁ....যেন দুৱাৰ খোলাৰ শব্দ এটা শুনিলোঁ, তাৰ পাচত সৰু সৰু ডাল-পাত ভঙাৰ সৰু সৰু শব্দ শুনিবলৈ পালোঁ!....দুই জাপত এইবাৰ মই একেবাৰে মাটিত। কিন্তু নামিয়েই যেন মই গোট মাৰিলোঁ। বাগানত কাৰোবাৰ বেগাই খোজ পেলোৱাৰ পাতল শব্দ ভালকৈ শুনিবলৈ পালোঁ....আৰু,



সেই শব্দ লাহে লাহে মোৰ ফাললৈকে আগুৱাই আহিছিল। মোৰ মনত চমক লাগি গ'ল: 'সেয়া তেওঁ আহিছে!' অধীৰ আৱেগত কঁপি কঁপি জেপৰপৰা ছুৰিখন উলিয়ালোঁ, কঁপি কঁপি খুলি ললোঁ, চকুৰ আগেদি যেন উৰি গ'ল এজাক ফিৰিঙতি। ভয়ত, খঙত মোৰ মূৰৰ চুলিবোৰ থিয় হৈ গ'ল...ভৰিৰ শব্দ পোনে পোনে মোৰ ফালেই আগুৱাই আহিছিল। মই সমুখৰ ফালে কুঁজা হৈ ৰলোঁ।...লাহে লাহে এটা পুৰুষৰ মূৰ্তি দেখা গ'ল—হে ভগৱান। সেয়া মোৰ দেউতা!

যদিও দেউতাই এটা ক'লা ঢিলা দীঘল কোটেৰে ভৰিৰপৰা মূৰলৈকে ঢাকি লৈছিল আৰু টুপীটো কপাললৈকে টানি মুখ ঢাকি লৈছিল, তথাপি মই দেখিয়েই চিনিব পাৰিলোঁ। তেখেতে ভৰিৰ শব্দ নকৰাকৈ মোৰ ওচৰেদি গুচি গ'ল। মোক ঢাকি ৰাখিব পৰা একো নাছিল আগত, তথাপি মোক নেদেখিলে; কাৰণ মই ইমান চেপেটা খাই আছিলোঁ যে মাটিৰ লগত প্ৰায় মিলি গৈছিলোঁ। ঈৰ্ষান্বিত ৰক্তপিপাসু ওথেলো এক মুহূৰ্ততে স্কুলত পঢ়া ল'ৰা হৈ পৰিল।......মোৰ দেউতাৰ অপ্ৰত্যাশিত আগমনত ইমান ভয় খাই গৈছিলোঁ যে তেখেত কোন ফালৰপৰা আহিল তাকো চাবলৈ নহ'ল, কোন ফালে গ'ল তাকো ক'ব নোৱাৰিলোঁ। আকৌ চাৰিওফাল নিজম হোৱাৰ পাচত মই হাত ভৰি লৰালোঁ আৰু ভাবিলোঁ—ইমান ৰাতি দেউতাই বাগিচাত কি কৰিছে! ভয়ত ছুৰিখন মোৰ হাতৰপৰা ঘাঁহৰ ওপৰত পৰি গৈছিল। কিন্তু মোৰ ইমান লাজ লাগিছিল যে সেইখন বিচৰাৰ কোনো চেষ্টা নকৰিলোঁ। তৎক্ষণাৎ মোৰ মনৰ স্থিৰতা ঘূৰি আহিল। ঘৰলৈ ঘূৰাৰ বাটত মোৰ মৰমৰ সেই লতাৰে ঘেৰা জোপটোৰ তলত থকা বেঞ্চখনৰ ফালে আগুৱাই গলোঁ, আৰু জিনাইডাৰ ঘৰৰ খিৰিকিৰ ফালে চকু তুলি চালোঁ। ৰাতিৰ আকাশৰ মোলান পোহৰত তেওঁৰ কোঠাৰ খিৰিকিৰ কণ কণ ঢৌ তোলা কাঁচবিলাকত এটা পাতল

নীলা পোহৰ লাগি আছিল। হঠাৎ দেখিলোঁ, সেই ৰং সলনি হৈ গ'ল। স্পষ্ট দেখিলোঁ, কাঁচবোৰৰ সিফালে এখন পৰ্দা সন্তৰ্পণে লাহে লাহে নামি আহিল খিৰিকিৰ নামনিৰ সীমালৈকে। তাৰ পাচত নিস্পন্দ হৈ ওলমিবলৈ ধৰিলে।

ঘৰলৈ ঘূৰি অহাৰ পাচত নিজে নজনাকৈয়ে মোৰ মুখেদি যেন কেইটামান শব্দ ওলাই পৰিল; 'এইবোৰৰ অৰ্থ কি?' 'ই সপোন, কিবা দৈব ঘটনা, নে........?' যিবোৰ সন্দেহে মোৰ মনত ভুমুকি মাৰিলে সেইবোৰ ইমান নতুন ইমান অদ্ভুত যে সেই-বোৰ সঁচা বুলি ভাবিবলৈ মোৰ সাহ হোৱা নাছিল।

## ১৮

পিচদিনা টোপনিৰপৰা উঠিলোঁ। মূৰটো কামুৰিছিল। আগ-দিনাৰ উত্তেজনা শাম কাটিছিল। তাৰ সলনি আহি মোৰ মনক আচ্ছন্ন কৰিলেহি এক চৰম কিংকৰ্তব্য বিমূঢ় ভাবে আৰু আগেয়ে সোৱাদ নোপোৱা এক বেদনাৰ অনুভূতিয়ে। মনত হ'ল, মোৰ ভিতৰত কি যেন এটা তিলে তিলে মৰি গৈছে। এনেকুৱা অনুভৱ আগেয়ে কেতিয়াও হোৱা নাছিল। সেইদিনা হঠাতে লুচিনৰ লগত দেখা হোৱাত তেওঁ ক'লে, "আধা মগজ ঘুকটি উলিয়াই নিয়া সহাপহুৰ নিচিনা হৈছে আপোনাক দেখিবলৈ।"

খোৱাৰ মেজত দেউতা আৰু মাৰ ফালে বাৰে বাৰে চুৰকৈ চাইছিলোঁ, দেখিলোঁ, দেউতা আগৰ দৰেই স্থিৰ, কোনো চঞ্চলতা নাই। আৰু মা আগৰ দৰেই উদ্বেগ চেপি ৰখাৰ কাৰণে বিচলিত চেহেৰাৰ। ভাবিছিলোঁ, দেউতাই দুই এষাৰ চেনেহসনা কথাও মোক নকবনে—তেনেকুৱাতো কৰে তেখেতে মাজে মাজে? কিন্তু সদায় নিয়ম ৰক্ষা কৰি যিকণ আদৰ দেউতাই সাধাৰণতে মোক কৰে, সেইদিনা তাকো নকৰিলে। মই ভাবিবলৈ ধৰিলোঁ,



জিনাইডাক সকলো খুলি ক'ম নেকি?.......আমাৰ দুজনৰ সম্পৰ্ক শেষ হৈছে যেতিয়া কোৱাত ক্ষতিটো কি? মই জিনাইডাৰ ঘৰলৈ গলোঁ। কিন্তু তেওঁকতো একো ক'ব নোৱাৰিলোঁ। আনকি তেওঁৰ লগত ভালকৈ কথা পতাৰ সুযোগেই নাপালোঁ। জাচে-কিনাৰ পুতেক বাৰ বছৰীয়া, কেডেট্,* আহিছিল পিটাৰ্চবুৰ্গৰপৰা মাকৰ ওচৰলৈ। মই গ'লতে জিনাইডাই তাৰ ভাৰ মোৰ ওপৰত দি ক'লে, "ভলোডিয়া, এই এজন লওক আপোনাৰ লগৰী। ('ভলোডিয়া' বুলি এইবাৰেই তেওঁ মোক প্ৰথম মাতিলে।) ইয়াৰ নামো ভলোডিয়া। অলপ লাজকুৰীয়া ই, মনটো কিন্তু ভাল। ইয়াক আপোন কৰি লওক। ইয়াক চেন কুচ্‌নি উদ্যানখন দেখুৱাই আনক, ফুৰাওক, মুঠতে ইয়াক আপোনাৰ হাতত গটালোঁ। আপুনি নিশ্চয় ভাৰ ল'ব—নলবনে? আপোনাৰোতো মনটো খুব ভাল।" এই বুলি তেওঁ চেনেহেৰে হাত দুখন মোৰ কান্ধত থলে আৰু মোৰো মন গলি গ'ল। এই ল'ৰাটো আহিলত মই আকৌ মোৰ পুৰণি দিন ঘূৰাই পালোঁ। কোনো কথা নোকোৱাকৈ কেডেট্‌টিৰ ফালে চালোঁ, সিও মোক চালে। জিনাইডাই হা হা কৰে হাঁহি আমাৰ দুয়োজনক দুয়োজনৰ ফালে ঠেলি দি ক'লে, "এই ল'ৰাহঁত, আলিংগন কৰ!" আমি তাকে কৰিলোঁ।

"পাৰ্কখন চাবা নেকি?"—মই কেডেট্‌টিক সুধিলোঁ।

একেবাৰে কেডেটৰ দৰেই কঠুৱা মাতেৰে কলে, "হয় চাৰ, চাম।"

জিনাইডাই আকৌ হাঁহিলে।.......মুখত তেওঁৰ অপৰূপ ৰঙৰ উছাহ। এনেকুৱা আৰু কেতিয়াও দেখা নাছিলোঁ। মই আৰু কেডেট্ ওলাই আহিলোঁ। আমাৰ বাগিচাত এখন পুৰণি দোলনা আছিল। মই সেইখনত তাক বহুৱাই দুলনী দিবলৈ ধৰিলোঁ।

* নৌ শিক্ষাৰ ছাত্ৰ

বহল সোণালী ফিটা মৰা, ডাঠ কাপোৰৰ ইউনিফৰ্ম পিন্ধা কেডেটটো প্ৰাণপণে দোলনাৰ ৰচি খামুচি অলৰ অচৰ হৈ বহি থাকিল।

"কলাৰটো খুলি লোৱা।" মই কলোঁ।

অলপ কাহি লৈ সি কলে, "এনেকৈ থকাটো মোৰ অভ্যাস।"

দেখিবলৈ সি বায়েক জিনাইডাৰ নিচিনাই, বিশেষকৈ তাৰ চকু দুটাই জিনাইডাৰ কথাকে মোক মনত পেলাই দিছিল। তাৰ কাৰণে কিবা অকণমান কৰাৰ সুবিধা পাই মই ভালেই পাইছিলোঁ। পুৰণি বেদনাই মোক তেতিয়াও খুচি খুচি খাইছিল। মই ভাবিবলৈ ধৰিলোঁ, "আজি মই এটা সৰু ল'ৰাতকৈ বেছি একো নহয়,.......কিন্তু কালি ?......." ছুৰিখন মোৰ হাতৰপৰা ঠিক কোনখিনিত পৰি গৈছিল মনত পৰি গ'ল। সেইখন বিচাৰি পালোঁ। কেডেটটোৱে সেইখন মোৰপৰা খুজি ললে, এডাল পুৰঠ খাঁহ কাটি এটা পেঁপা সাজি বজাবলৈ ধৰিলে। 'ওথেলোৱে'ও অকণমান বজাইছিল।

কিন্তু সন্ধ্যাৰ সময়ত জিনাইডাই 'ওথেলো'ক বাগিচাৰ এটা নিজান কোণত বহি থকা দেখি যেতিয়া সুধিলে, তাক ইমান বেজাৰমুৱা যেন দেখাইছে কিয়, তেতিয়া ওথেলোৱে তেওঁৰ কোলাত মুখ গুজি বহুত সময় কান্দিছিল। মোৰ চকুৰ পানীয়ে বাধা নমনা হৈছিল। জিনাইডাই ভয় খাই বাৰে বাৰে সুধিবলৈ ধৰিলে, "কি হৈছে ভলোডিয়া ? কি হৈছে ?" মোৰপৰা কোনো উত্তৰ নাপাই— আৰু মোৰ কান্দোন বন্ধ নোহোৱা দেখি তেওঁ মোৰ তিতা গাল দুখনত চুমা খাবলৈ চেষ্টা কৰিলে। কিন্তু মই মুখ আঁতৰাই নিলোঁ আৰু ফেঁকুৰি ফেঁকুৰি কলোঁ, "মই সকলো জানো। আপুনি মোক লৈ খেলা কৰিলে কিয় ? মোৰ ভালপোৱাৰতো কোনো দৰ্কাৰ নাছিল আপোনাৰ ?"

জিনাইডাই কলে, "মই আপোনাৰ ওচৰত অপৰাধী ভলোডিয়া, সঁচাকৈ অপৰাধী।" তাৰ পাচত হাত জোৰ কৰি কলে,



"কিমান ময়লা, কিমান কলংক, কিমান পাপ মোৰ ভিতৰত আছে।.......কিন্তু এতিয়া এই মুহূৰ্তত আপোনাক মই চলনা কৰা নাই। মই সঁচাকৈ আপোনাক ভাল পাওঁ, আপুনি ঠিক বুজিব নোৱাৰিব...কিন্তু...আপুনি জানে জানো ?"

মোৰ কবলৈ আছিলেই বা কি ? তেওঁ মোৰ আগত থিয় হৈ আছিল, মোৰ ফালে চাই আছিল। আৰু যেতিয়াই তেওঁ মোৰ ফালে চাইছিল, তেতিয়াই মই একেবাৰে তেওঁৰ হৈ পৰিছিলোঁ— মূৰৰপৰা ভৰিলৈকে একেবাৰে তেওঁৰ।....প্ৰায় পোন্ধৰ মিনিট পিচত দেখিলোঁ, জিনাইডা আৰু তেওঁৰ ভায়েকৰ লগত মই 'ধৰা-ধৰি' খেলিছোঁ। কিন্তু কান্দোতে উখহা মোৰ দুয়োটা চকুৰ ভিতৰত ডোঙা বন্ধা সোপাকে পানী হাঁহিৰ কোবত সৰসৰ কৰে বৈ পৰিল। 'টাইৰ' সলনি জিনাইডাৰ এডাল 'ৰিবন' মোৰ ডিঙিত বন্ধা আছিল, দৌৰি দৌৰি যেতিয়াই জিনাইডাৰ কঁকাল সাৱটি ধৰিব পাৰিছিলোঁ, তেতিয়া আনন্দত চিঞৰি দিছিলোঁ। মোক লৈ তেওঁ ইচ্ছামতে যিহকে মন যায় তাকে কৰিব পাৰিছিল।

১৯

সেই বিফল অভিযানৰ পিচৰ এসপ্তাহ কাল মোৰ যিবোৰ অনুভূতি হৈছিল, তাৰ বিশদ বিৱৰণ দিবলগীয়া হলে বিপদত পৰিম। সেই সময়ত মোৰ মনৰ কি যে এক অদ্ভুত, অস্থিৰ, বিশৃংখল অৱস্থা হৈছিল। সম্পূৰ্ণ পৰস্পৰবিৰোধী অনুভূতি, চিন্তা, সন্দেহ, আশা, আনন্দ, ভয়—এটাবোৰে মোৰ মনৰ মাজত এক বলিয়া বামাৰলীৰ সৃষ্টি কৰিছিল। নিজৰ মনৰ ভিতৰলৈ চোৱাৰ সাহ মোৰ নাছিল—অৱশ্যে যদি ১৬ বছৰৰ ল'ৰা এটাৰ অন্তৰ্দৃষ্টি থাকে বুলি ধৰি লোৱা হয়। কোনো বিষয়ৰে হিচাপ পাতি কৰিবলৈ মই ভয় কৰিছিলোঁ। দিনটো যেন কোনোমতে কষ্টেমষ্টে

কটাই দিছিলোঁ, অৱশ্যে ৰাতি ঘুমটি ভালভাৱেই হৈছিল....মোৰ লৰালিৰ পাতল মনে মোক এই বিষয়ত ৰক্ষা কৰিছিল। মোক কোনোবাই ভাল পায়নে নাপায়, মই জানিবলৈ নিৰ্বিচাৰিছিলোঁ, আৰু কোনোবাই ভাল পোৱা নাই বুলি নিজে স্বীকাৰ কৰিব নুখুজিছিলোঁ। দেউতাক গা এৰা দি ফুৰিছিলোঁ, কিন্তু জিনাইডাকো একেদৰে গা এৰা দি ফুৰিব নোৱাৰিছিলোঁ।....তেওঁৰ উপস্থিতিয়ে মোক জুইৰ দৰেই পুৰিছিল ;—পুৰি যোৱা, দহি যোৱাটোকে তেতিয়া মধুৰ মধুৰ লাগিছিল। পুৰণি স্মৃতিক ইফাল সিফাল কৰি নাচাই, মোৰ ভৱিষ্যতলৈ লক্ষ্য নকৰি, প্ৰতিটো মানসিক অৱস্থাৰ আগতে আত্মসমৰ্পণ কৰিছিলোঁ—আৰু নিজক লৈ যেন লুকাভাকু খেলিছিলোঁ।.... মোৰ এই মানসিক অৱস্থা বেছি দিন থকা সম্ভৱ নাছিল। এটা বজ্ৰাঘাতে হঠাতে মোৰ এই অৱস্থাৰ অৱসান ঘটাই মোৰ জীৱনৰ গতি ঘূৰাই দিলে।

এদিন বহুত দূৰ ফুৰি ঘৰলৈ আহি শুনিলোঁ, মই বোলে সেইদিনা অকলৈ খাব লাগিব। আচৰিত হলোঁ। শুনিলোঁ দেউতা ওলাই গৈছে ; গা ভাল নহয় আৰু একো নাখাওঁ বুলি কৈ মা শোৱনি কোঠাত দুৱাৰ বন্ধ কৰি সোমাই আছে। চাকৰবাকৰবোৰৰ মুখলৈ চাই বুজিলোঁ যে কিবা এক অঘটন ঘটিছে। সিহঁতক একো সুধিবলৈ মোৰ সাহে নুকুলালে। কিন্তু সিহঁতৰ ভিতৰৰে এটা আছিল মোৰ বন্ধুৰ নিচিনা—সি আমাৰ চহিচ, বয়স কম, নাম ফিলিপ। কবিতাৰ প্ৰতি তাৰ বৰ আগ্ৰহ আৰু ভাল গীটাৰ বজাব জানিছিল। তাক সুধিলোঁ। জানিলোঁ যে দেউতা আৰু মাৰ মাজত তুমুল কাজিয়া। (মা-দেউতাৰ কথাবাৰ্তাৰ প্ৰতিটো কথা হেনো চাকৰণাৰ ঘৰৰপৰা শুনা গৈছিল আৰু যদিও বেছি ভাগ কথা ফৰাচী ভাষাতে হৈছিল, তথাপি পাশ্বা নামৰ চাকৰণীয়ে সকলো বুজিছিল। কাৰণ তাই পেৰিচৰপৰা অহা এজনী তিৰোতা দৰ্জিৰ ঘৰত পাঁচ বছৰ কাম কৰিছিল।) শুনিলোঁ মায়ে বোলে



অভিযোগ কৰি কৈছিল যে দেউতাই মাৰ লগত বিশ্বাসঘাতকতা কৰি চুবুৰীয়া গাভৰুৰ লগ লাগিছে। দেউতাই প্ৰথমতে অস্বীকাৰ কৰিছিল, কিন্তু পিচত খঙত জ্বলি উঠি মাৰ বয়সৰ তিৰোতাক লৈ কি জানো কটু কথা কৈছিল। তাৰ পাচত মায়ে বোলে কান্দিবলৈ ধৰিলে। দেউতাই বুঢ়ী ৰাজকুমাৰীক এখন 'প্ৰেমিচাৰি নোট' দিয়া বুলি সন্দেহ কৰি কিবা ইংগিত কৰে আৰু তাৰ পাচত ৰাজকুমাৰী আৰু জীয়েক সম্বন্ধে কটু কথা কয়। তেতিয়াই বোলে দেউতাই তেনেকুৱা নিৰ্মম মন্তব্য কৰিছিল।

শেষত ফিলিপে কলে, "ঘটনাটো আৰম্ভ হয় এখন বেনামী চিঠিৰপৰা। কোনে চিঠিখন দিছে, কোনেও নাজানে। সেই কাৰণেই কথাটো ওলাই পৰিল, নহলে কোনেও নাজানিলেহেতেন।"

শুনি মোৰ হাত ভৰি চেঁচা পৰি গ'ল, বুকুৰ ভিতৰত কি যেন এটা কঁপি কঁপি উঠিল। মই কোনোমতে সুধিলোঁ, "তাৰ মানে ? কিবা এটা তেনেকুৱা কিবা হৈছে নেকি ?" উত্তৰ হিচাপে ফিলিপে মোলৈ অৰ্থপূৰ্ণ দৃষ্টিৰে চালে।

"আছিল অৱশ্যে। এইবোৰ কথা লুকাই ৰাখিব নোৱাৰি। অৱশ্যে আপোনাৰ দেউতাক এইবাৰ খুব সাৱধান আছিল ; তথাপি এইবোৰত ভাড়া-গাড়িৰ দৰ্কাৰ হয়, ইটো সিটো আন কিবা-কিবিও লাগে। চাকৰে সহায় নকৰিলে এইবোৰ কাম কৰিব নোৱাৰি।"

ফিলিপক নিজৰ কোঠালৈ যাবলৈ কৈ মই মোৰ বিচনা পালোঁহি। মই নাকান্দিলোঁ, নিৰাশাত কোঁচমোচো নাখালোঁ। কেতিয়া কেনেকৈ এই ঘটনা ঘটিল, সেই প্ৰশ্নও মই নকৰিলোঁ। কিয় যে এই কথা আগতে মোৰ চকুত ধৰা নপৰিল, সেই প্ৰশ্নও নাজাগিল মোৰ মনত। দেউতাৰ বিৰুদ্ধে কোনো কথাও মোৰ মুখৰপৰা নোলাল। যি শুনিলোঁ, সেয়ে মোৰ কাৰণে বৰ বেছি হ'ল। হঁচাকৈয়ে এই আকস্মিক প্ৰকাশে মোক যেন পিহি পেলালে।....

সকলো তেন্তে শেষ হৈ গ'ল! মোৰ ফুলবোৰৰ এটাইবোৰৰ পাপৰি যেন ভাঙি ছিঙি সিঁচি গ'ল চাৰিওফালে।

২০

পিচদিনা মায়ে চহৰলৈ ঘূৰি যোৱাৰ কথা তুলিলে। পুৰা দেউতাই মাৰ শোৱা কোঠালৈ গৈ বহুত পৰ কি যেন আলোচনা কৰিলে। কি আলোচনা হ'ল কোনেও নাজানিলে, কিন্তু মায়ে কান্দোন বন্ধ কৰিলে। মা খাবলৈ সম্মত হ'ল—অৱশেষে ঘৰৰপৰা নোলাল। চহৰলৈ ঘূৰি যোৱাৰ সিদ্ধান্তবো কোনো সলনি নহ'ল। মনত আছে, সেইদিনা গোটেই দিনটো ঘূৰি ফুৰিছিলোঁ। অৱশেষে বাগিচাৰ ফালে যোৱা নাছিলোঁ, আনকি জিনাইডাৰ ঘৰৰ ফালে চকু তুলিও চোৱা নাছিলোঁ। সন্ধ্যাপৰত এক আচৰিত ঘটনা দেখিবলৈ পালোঁ। কাউণ্ট মালেভ্স্কিক হাতত ধৰি ড্ৰয়িংৰুমৰপৰা বাহিৰৰ 'হল'-ঘৰলৈ টানি আনি দেউতাই এটা চহিচৰ আগতে কলে, "মাননীয় কাউণ্ট চাহাব! কিছুদিন আগতে বিশেষ কোনো এক ঘৰত আপোনাক পোন বাট দেখুৱাই দিয়া হৈছিল। আৰু আজি কোনো কাৰণ নেদেখুৱাকৈ মই আপোনাক জনাব খুজিছোঁ যে ভৱিষ্যতে যদি ইয়ালৈ অহাৰ কোনো চেষ্টা আপুনি কৰে, তেন্তে খিৰিকিয়েদি আপোনাক মই উলিয়াই পেলাই দিম। আপোনাৰ হাতৰ লেখা মোৰ ভাল লগা নাই।" কাউণ্ট কোঁচ-মোচ খালে, এবাৰ দাঁত কামুৰিলে, আৰু এবাৰ অসহায়ৰ দৰে কান্ধ লৰচৰ কৰি মূৰ খুৰোৱা চোৰৰ দৰে ঘৰৰপৰা ওলাই গ'ল।

চহৰৰ আৰ্বাট ষ্ট্ৰীটলৈ আমাৰ ঘূৰি যোৱাৰ আয়োজন চলিছিল। দেউতাৰো বোধকৰোঁ গাঁৱত থকাৰ ইচ্ছা আৰু নাছিল, কিন্তু কিবা এটা কেলেংকাৰী কৰাতকৈ দেউতাই মাক বাধা দিয়াৰ চেষ্টা কৰিছিল। সকলো নিঃশব্দে শান্তভাৱে সমাধা হ'ল। আনকি মায়ে



বুঢ়ী ৰাজকুমাৰীৰ ওচৰলৈ মানুহ পঠিয়াই বিদায় সম্ভাষণ জনাই কৈ পঠালে যে, অসুখৰ কাৰণেই মায়ে তেওঁক যোৱাৰ আগতে দেখা কৰিব নোৱাৰিলে আৰু সেই কাৰণে মা দুখিত। মই ভূতে পোৱাৰ দৰে গোটেই দিনটো ঘূৰি ফুৰিলো। চিৰকালৰ কাৰণে শেষ হওক এইবোৰ—এই ইচ্ছাৰে ভৰি ৰ'ল মোৰ মন। কিন্তু এটা কথা মই মনৰপৰা আঁতৰাব পৰা নাছিলোঁ—গাভৰু হৈও, ৰাজকুমাৰী হৈও, কেনেকৈ জিনাইডাই এই কাম কৰিব পাৰিলে? তেওঁতো জানিছিল যে দেউতাৰ বন্ধন আছে। তেওঁ ভালকৈ জানিছিল যে তেওঁ যি কোনো এজনকে বিয়া কৰাব পাৰে—যেনে ধৰক, বেলোভজোৰভক? এনেকুৱা ঘটনাৰ কি পৰিণতি তেওঁ আশা কৰিছিল? নিজৰ ভৱিষ্যত নিজ হাতেৰে ধ্বংস কৰিবলৈ তেওঁৰ ভয় নালাগিল নে? মই ভাবিলোঁ: এয়ে প্ৰেম, এয়ে অনুৰাগ, এয়ে আসক্তি....লুচিনৰ কথাবোৰ মনত পৰিল—স্পষ্ট হৈ—'এনে কিছুমান মানুহো আছে যি আত্ম বলিদান দি আনন্দ পায়।' এই সময়টোতে জিনাইডাৰ ঘৰৰ খিৰিকিত মই যেন এটা দেখ-নেদেখ ছাঁয়া দেখিবলৈ পালো।....'এয়া জিনাইডাৰ মুখ নেকি?' মই অবাক হৈ ভাবিবলৈ ধৰিলোঁ....দেখিলোঁ, সেয়া জিনাইডাৰ মুখেই। মই নিজক আৰু ধৰি ৰাখিব নোৱাৰিলোঁ। জিনাইডাৰপৰা শেষ বিদায় নোলোৱাকৈ মই আঁতৰি পৰিব নোৱাৰোঁ। এটা সুবিধা লৈ মই পোনে পোনে জিনাইডাৰ ঘৰ পালোঁগৈ।

প্ৰৌঢ়া ৰাজকুমাৰী ড্ৰইংৰুমতে বহি আছিল। তেওঁ মোক তেওঁৰ স্বভাৱ মতেই অশোভন সম্বৰ্ধনা জনালে।

দুই নাকৰ ফুটাত নস্যি সুমাই লৈ তেওঁ মোক সুধিলে, "কি হে, তোমালোক ইমান লৰালৰিকৈ পলাবলৈ ওলাইছা যে?"

তেওঁৰ ফালে চাই মোৰ মূৰৰপৰা যেন এটা বোজা নামি গ'ল। ফিলিপৰপৰা প্ৰেমিচাৰি নোটৰ কথা শুনাৰেপৰা মন মোৰ অতি উদ্বিগ্ন আৰু শান্তি-হীন হৈ আছিল। যাওক, ৰাজকুমাৰীয়ে তেন্তে

একো সন্দেহ কৰা নাই। অন্ততঃ তেতিয়া মোৰ সেই কথাই মনত হ'ল। জিনাইডাই এটা ক'লা সাজ পিন্ধি আনটো কোঠাৰপৰা ওলাই আহিল। তেওঁৰ চুলি আউল-বাউল, মুখখন শেঁতা পৰা। তেওঁ মোক নীৰৱে হাত দুখনত ধৰি তাৰপৰা লৈ গ'ল।

তেওঁ কলে, "আপোনাৰ মাত শুনিয়েই মই কোঠাৰপৰা ওলাই গলোঁ। নিষ্ঠুৰ লৰা! কেনেকৈ ইমান সহজে আমাক এৰি গুচি যাবলৈ ওলাইছে?"

মই কলোঁ, "ৰাজকুমাৰী! মই আপোনাৰপৰা বিদায় লবলৈ আহিছোঁ, আৰু হয়তো চিৰদিনৰ কাৰণেই। বোধকৰো শুনিছেই আমি চহৰলৈ ঘূৰি যাবলৈ ওলাইছোঁ বুলি।"

থৰ লাগি জিনাইডাই মোলৈ চালে: "শুনিছোঁ। আপুনি অহাৰ কাৰণে ধন্যবাদ। ভাবিছিলোঁ, আপোনাক কিজানি দেখাই নাপাম। মোক বেয়া পাই নাথাব। আপোনাৰ ওপৰত মাজে মাজে অত্যাচাৰ কৰিলোঁ, কিন্তু আপুনি মোক যেনেকুৱা বুলি ভাবিছে, মই তেনেকুৱা নহয়।"

এই বুলি কৈ তেওঁ খিৰিকিত ভৰ দি মুখ ঘূৰাই থিয় হ'ল।

"সঁচাকৈয়ে মই তেনেকুৱা নহয়। অৱশ্যে মই জানো, মোৰ সম্বন্ধে আপোনাৰ ধাৰণা বেয়া।"

"মোৰ?"

"হয়, আপুনি.......আপোনাৰ।"

"বেজাৰ মনেৰে আকৌ সুধিলোঁ—"মই?" তেওঁৰ অজেয়, অনিৰ্বচনীয় মোহিনী মায়াত আকৌ আপোনপাহৰা হলোঁ। মোৰ পৰাণ কঁপি উঠিল, "মই? বিশ্বাস কৰক জিনাইডা আলেকজান্দ্ৰোভনা, আপুনি যিহকে কৰক, যিমানেই মোৰ ওচৰত অত্যাচাৰ কৰক, জীৱনৰ শেষলৈকে আপোনাক মই ভাল পাই থাকিম, পূজা কৰি থাকিম।"

হাত দুখন আগবঢ়াই দি হঠাতে তেওঁ ঘূৰি থিয় হ'ল। তাৰ



পাচত দুই হাতেৰে মোৰ ডিঙিত সাৱটি ধৰি মোৱ ওঠত আৱেগেৰে এটি সুদৃঢ় চুমা আঁকি দিলে। ভগৱানে জানে, কাক উদ্দেশ্য কৰি এই দীঘলীয়া বিদায় চুমা, তথাপি মই আকলুৱা ভাবে সেই চুমাৰ গোটেইখিনি মৌ পান কৰিলোঁ। বাৰে বাৰে ক'বলৈ ধৰিলোঁ— বিদায়, জিনাইডা আলেকজান্দ্ৰোভনা, বিদায়!"

তেওঁ নিজকে কোনোমতে মোৰ ওচৰৰপৰা টানি আঁতৰাই কোঠাৰপৰা ওলাই গ'ল। ময়ো গুচি আহিলোঁ। যি অনুভূতি লৈ মই ওলাই আহিলোঁ, সেই অনুভূতি বৰ্ণোৱাৰ শক্তি মোৰ নাই। সেই অনুভূতিৰ পুনৰাবৃত্তি মোৰ জীৱনত হোৱাটো মই নিবিচাৰোঁ। ইপিনে, সেই অনুভূতি লাভৰ সৌভাগ্য নোহোৱা হলে নিজকে ভাগ্যহীন বুলি ভাবিলোঁহেতেন।

আমি চহৰলৈ ঘূৰি আহিলোঁ। অতীতক মনৰপৰা আঁতৰাই আকৌ নতুনকৈ কাম আৰম্ভ কৰিবলৈ মোৰ বহুত সময় লাগিল। মোৰ মনৰ ঘা অতি লাহে লাহে শুকাইছিল, কিন্তু দেউতাৰ বিৰুদ্ধে মোৰ মনত কোনো বিহ জমা নহ'ল। বৰঞ্চ তেখেতে যেন মোৰ চকুত আৰু মহান হৈ উঠিল...এই কূট সমস্যা ব্যাখ্যাৰ ভাৰ মনস্তাত্বিসকলক দিলোঁ। এদিন নগৰৰ বহল বাটেদি গৈ থাকোঁতে হঠাতে দেখা হ'ল লুচিনৰ লগত। আনন্দেৰে ভৰি পৰিল মন। স্পষ্ট কথা আৰু মৰমিয়াল ব্যৱহাৰৰ কাৰণে এওঁক মই ভালেই পাইছিলোঁ। এওঁক লগ পায়েই পুৰণি স্মৃতি মোৰ মনত জাগি উঠিল। মই দৌৰি তেওঁৰ ওচৰ পালোগৈ।

কপাল কোঁচাই লুচিনে কলে, "আৰে, ডেকা ল'ৰা, আপুনি? ৰ'ব, আপোনাক চাই লওঁ। এতিয়াও অলপ বিবৰ্ণ যেন লাগিছে, কিন্তু চকু দুটাত আগৰ নিৰাশাৰে ভাগৰি পৰা চাৱনি আৰু নাই। এতিয়া আপোনাক দেখি মানুহ যেনেই লাগিছে। সেই কোলাত সোমোৱা পোহনীয়া কুকুৰটো হৈ থকা নাই। খুব ভাল হৈছে। বাৰু, কেনে আছে? কিবা কাম কৰিছে?"

মই এটা দীঘল হুমুনিয়া পেলালো। মিছা কথা কোৱাৰ ইচ্ছা নাছিল। ইপিনে সঁচা কথা ক'বলৈ লাজ লাগিছিল।

লুচিনে কলে, "ঠিক আছে। মনটো ভাঙি নিদিব,। মনত ৰাখিব, আৱেগৰ দ্বাৰা পৰিচালিত নহৈ সুস্থ স্বাভাৱিক জীৱন যাপন কৰাটোৱেই হৈছে আচল কথা। কি লাভ? আৱেগে আপোনাক যলৈকে নিয়ক, তাতেই মংগলজনক একো নাপায়। কিন্তু ভৰিৰ তলত এটামান শিলগুটি থাকিলেও আন নহলেও থিয় হৈ থাকিব পাৰিব....মই আজিকালি কাহত ভুগিছোঁ। বেলোভ-জোৰভৰ কথা শুনিছেনে?"

"কিয়? কি হ'ল তেওঁৰ?"

"একেবাৰে নিখোজ। শুনিলোঁ, তেওঁ বোলে ককেচাচলৈ গৈছিল। যাবলৈ দিয়ক, ইয়াৰপৰা আপুনি শিকিব পাৰে। এইবোৰ ঘটনা কিয় ঘটে জানেনে? কাৰণ, ঠিক কেতিয়া জাল ফালি ওলাই আহিব লাগে, সেই কথা মানুহে নাজানে। মনত হয়, আপুনি অক্ষত অৱস্থাতে ওলাই আহিছে। চাব, আকৌ যেন জালত নপৰে। ভাল, আহোঁ।"

মই মনে মনে কলোঁ, "জালত মই নপৰোঁ।" কিন্তু কোনে জানিছিল তেওঁক আকৌ এবাৰ লগ পোৱাটো মোৰ ভাগ্যত লিখা আছিল।

সদায় ঘোঁৰাত উঠি ফুৰাৰ এটা অভ্যাস আছিল মোৰ দেউতাৰ। দীঘল ডিঙি আৰু দীঘল ঠেং থকা বডা এটা দুৰ্দান্ত বিলাতী ঘোঁৰা দেউতাৰ আছিল। তাৰ নাম আছিল 'বিজুলী'। দেউতাৰ বাহিৰে কোনেও তাক বশ কৰিব নোৱাৰিছিল। এদিন দেউতা প্ৰসন্ন মনেৰে আহি মোৰ কোঠা পালেহি। বহুত দিন তেখেতৰ এনেকুৱা প্ৰসন্ন ভাব দেখা নাছিলোঁ। ঘোঁৰাত উঠি ফুৰিবৰ কাৰণ তেখেত সাজু হৈ আহিছিল, জোতাত লোহাৰ কাঁইট লগোৱা আছিল। মোক লগত নিবলৈ মই দেউতাক কলোঁ।



দেউতাই কলে, "তাতকৈ, আহ, 'ভেকুলি-জঁাপ' খেলোঁ: তুমি তোমাৰ সেই বটুৱা ঘোঁৰাটো লৈ মোৰ ঘোঁৰাৰ লগত যাব নোৱাৰিবা।"

"কিয় নোৱাৰিম। জোতাত কাঁইট লগাই লৈছোঁ নহয়।"

"বাৰু, আহ তেন্তে।"

আমি ওলালোঁ। জপৰা ফান থকা মোৰ সেই বটুৱা ঘোঁৰাটো বেগীয়েই আছিল নিঃসন্দেহে, তাৰ খোজো আছিল দৃঢ় আৰু নিশ্চিত। কিন্তু 'বিজুলীৰ' লগত সমানে তাল ৰাখিবলৈ মোৰ ঘোঁৰা কদমত দৌৰিবলগীয়া হ'ল। অৱশ্যে মই পিচ নপৰিলোঁ। মোৰ দেউতাৰ নিচিনা অশ্বাৰোহী মই দেখা নাই। এটা অদ্ভুত সহজ সাধাৰণ অথচ শুৱনি ভংগিত তেখেত ঘোঁৰাৰ ওপৰত বহি থাকে। ভাব হয় যেন ঘোঁৰাটোৱেও এই কথা বুজিব পাৰে, আৰু এনেকুৱা আৰোহী পিঠিত লৈ গৰ্ব বোধ কৰে। আমি নগৰৰ বিশাল ৰাজ-পথেদি ঘোঁৰাত উঠি গলোঁ, 'কুমাৰীৰ পথাৰ' পালোঁ, কেবাখনো জেওৰাৰ ওপৰেদি জঁপিয়াই গলোঁ (প্ৰথমতে মোৰ জঁপিয়াবলৈ ভয় লাগিছিল, কিন্তু দেউতাই কাপুৰুষক বৰ ঘিণ কৰিছিল, আৰু সোনকালেই মোৰ ভয় নলগা হ'ল), মোস্ক্ভা নদী দুবাৰ পাৰ হলোঁ। আমি তেতিয়া ঘৰলৈ ঘুৰিছোঁ বুলি মই ভাবিছিলোঁ, বিশেষকৈ যেতিয়া দেউতাই কলে তেখেতৰ ঘোঁৰা ভাগৰি পৰা বুলি। কিন্তু ঠিক সেই সময়তে তেখেতে ঘোঁৰা ঘুৰাই হঠাৎ ক্ৰিমস্কি খালৰ পাৰেদি দৌৰাই দিলে। ময়ো তেখেতৰ পিচে পিচে দৌৰালোঁ। পুৰণি কাঠৰ গুৰিৰ এটা দ'মৰ ওচৰ পায়েই দেউতা তেখেতৰ ঘোঁৰাৰপৰা লাহেকৈ নামি পৰিল আৰু মোকো নামিবলৈ কলে। তাৰ পাচত তেখেতৰ ঘোঁৰাৰ লেকাম মোৰ হাতত দি আৰু মোক সেই কাঠ-গুৰিৰ দ'মৰ ওচৰতে ৰৈ থাকিবলৈ কৈ দেউতা কাষৰে এটা ঠেক বাটেদি নোহোৱা হৈ গ'ল। ঘোঁৰা দুটাক লগত লৈ, 'বিজুলী'ক গালি পাৰি পাৰি মই নৈৰ পাৰত

ঘূৰাঘূৰি কৰিবলৈ লাগিলোঁ। 'বিজুলী'য়ে অনবৰত মূৰ জোকাৰি, কেতিয়াবা ফোঁচ ফোঁচ আৰু কেতিয়াবা ছিঁ ছিঁ শব্দ কৰি আছিল। আৰু যেতিয়াই মই অকণমান মনে মনে বৈ আছিলোঁ, তেতিয়াই সি ঠেঙেৰে মাটি খান্দিবলৈ আৰু লঠিয়াবলৈ আৰম্ভ কৰিছিল, কেতিয়াবা বটুৱাৰ ফান কামুৰি ধৰিছিল—মুঠতে এটা বেছি মৰম পোৱা তেজী ঘোঁৰাই যি কৰে সকলো কৰিছিল সি। দেউতাৰ কিন্তু তেতিয়াও দেখাসাক্ষাৎ নাই। নৈৰ বুকুৰপৰা এছাটি অস্বস্তিকৰ চেঁচা বতাহ বৈ আহিল, সিৰ্‌সিৰ্ কৈ বৰষুণ পৰিবলৈ ধৰিলে। সেই আমনিলগা কাঠ-গুৰিৰ ওপৰত বৰষুণৰ টোপালে সৰু সৰু ক'লা দাগ আঁকিলে আৰু মই সেই দ'মটোৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলোঁ। মোৰ খং উঠি আহিছিল, তথাপি দেউতাৰ দেখা দেখিয়েই নাই। হঠাৎ দেখিলোঁ সেই কাঠ-গুৰিৰ নিচিনা মটীয়া ৰঙেৰে এটা পুলিচ—দেখাদেখিকৈয়ে ফিন্ দেশীয়, মূৰত ঘূৰণীয়া বাতিৰ দৰে এটা টুপী আৰু হাতত এডাল লাঠি লৈ মোৰ ফালে আহিছে (মস্কো নদীৰ পাৰত পুলিচ কিয়? ভগৱানে জানে তাৰ কাৰণ!) মোৰ ওচৰলৈ আহি বুঢ়ীৰ দৰে সোতাৰা-সোতোৰ মুখখন দাঙি সুধিলে,

"ডেকাদেউ, ঘোঁৰা দুটা লৈ কি কৰিছে? দিয়ক মই ধৰোঁ।"

মই কোনো উত্তৰ নিদিলোঁ। তেতিয়া সি অলপ ধপাত খুজিলে মোক। সেই মানুহটোৰ হাতৰপৰা ৰক্ষা পাবলৈ (তাৰ উপৰি ধৈৰ্য্যও হেৰাইছিল মোৰ) দেউতা যোৱাৰ ফালে কেই খোজমান আগুৱাই গলোঁ। তাৰ পাচত সৰু বাটটোৰেদি এটা পাক ঘূৰি মই বৈ গলোঁ। মোৰপৰা প্ৰায় ৪০ খোজ দূৰত থকা কাঠৰ সৰু ঘৰ এটাৰ খোলা খিৰিকিৰ কাষত মোৰ ফালে পিঠি দি থিয় হৈ আছে মোৰ দেউতা। খিৰিকিৰ কাঠত ভৰ দি আগলৈ কুঁজা হৈ আছিল তেখেতে, পৰ্দাৰ সিফালে বহি দেউতাৰ লগত কথা পাতিছে, ক'লা সাজ পিন্ধা এগৰাকী নাৰীয়ে। সেই গৰাকী জিনাইডা।

মই একেবাৰে স্তব্ধ হৈ গলোঁ। এইটো মই আশা কৰা



নাছিলোঁ বুলি স্বীকাৰ কৰিবলৈ বাধ্য। মই প্ৰথমে পলাই আঁহিব খুজিলোঁ। ভাবিলোঁ, হঠাৎ যদি দেউতাই ঘূৰি চায়, তেন্তে সৰ্বনাশ। কিন্তু এটা অদ্ভুত অনুভূতিয়ে—যি অনুভূতি কৌতুহলতকৈ বেছি, ঈৰ্ষাতকৈ শক্তিশালী, ভয়তকৈ প্ৰবল—মোক একেবাৰে জঠৰ কৰি দিলে। মই সেই ফালে থৰ লাগি চাই চাই কাণ পাতি কথা শুনাৰ চেষ্টা কৰিলোঁ। দেউতাই যেন তেওঁক কিবা এটা খুজিছে কিন্তু তেওঁ কোনোমতেই যেন সম্মত হোৱা নাই। তেওঁৰ সেই মুখখন এতিয়াও মোৰ চকুৰ আগত ভাঁহি আছে। বিমৰ্ষ, গম্ভীৰ, সুন্দৰ সেই মুখ, আৰু তাত ছাপা কৰা আছে অনুৰাগ, নীৰসতা, প্ৰেম আৰু নিৰাশাৰ এক বিচিত্ৰ সংমিশ্ৰণৰ ৰূপ। ঠিক, নিৰাশাই—ইয়াতকৈ ভাল একো শব্দ মই বিচাৰি পোৱা নাই। চকু নদঙাকৈয়ে তেওঁ চুটি আৰু সৰু সৰু শব্দেৰে কথা কৈছিল। মুখত আছিল সেই নম্ৰতা আৰু দৃঢ়তাৰ মিচিকি হাঁহি। সেই হাঁহি দেখিয়েই মই বুজিলোঁ, এইজনী মোৰ আগৰ জিনাইডাই। হঠাৎ দেউতাই অসহায়ৰ দৰে কান্ধ জোকাৰি মূৰৰ টুপীটো টানি পোন কৰি ললে—দেউতাৰ ধৈৰ্য্য হেৰোৱাৰ এইটোৱেই প্ৰথম চিন।....কেইটামান শব্দ মাথোন শুনিবলৈ পালোঁ "তুমি এৰিবই লাগিব....ৰ লগ।" জিনাইডা পোন হৈ থিয় হ'ল আৰু হাত দুটা আগবঢ়াই দিলে....আৰু ঠিক সেই মুহূৰ্তত মোৰ চকুৰ আগত এটা বিশ্বাস কৰিব নোৱাৰা ঘটনা ঘটিল। দেউতাই ঘোঁৰাৰ চাবুকডাল দাঙিলে—সেই ডালেৰেই ইমানপৰে দেউতাই কোটৰ পাতলিৰপৰা কোবাই কোবাই ধূলি এৰুৱাই আছিল। চাটৌপ কৰে এক টান কোব মাৰিলে জিনাইডাৰ বাহুত। মই যে চিঞৰ মাৰি নুঠিলোঁ সেয়ে বহুত। কিন্তু জিনাইডাই এবাৰ মাথোন কঁপি উঠি নীৰৱে দেউতাৰ ফালে চালে, তাৰ পাচত লাহে লাহে ওঠৰ ওচৰলৈ বাহুটো দাঙি নিলে, চাবুকৰ কোবত তেজ গোট মাৰি দাগ বহা বাহুত চুমা খালে। চাবুকডাল দলিয়াই পেলাই দি দেউতা ধুমুহাৰ দৰে খটখটী বগাই গৈ ঘৰৰ

ভিতৰত সোমাল....আৰু জিনাইডা ঘূৰি থিয় হৈ পিচলৈ মূৰ বেঁকা কৰি দুই হাত মেলি খিবিকিবপৰা আঁতৰি গ'ল।

অতি বেছি বিস্ময় আৰু বেদনাৰে ভৰা মন লৈ আৰু ভয়ত প্ৰায় অচেতন হৈ মই পলাই আহিলোঁ। 'বিজুলী' যে মোৰ হাতৰপৰা লেকাম টানি লৈ প্ৰায় পলাই গৈছিলেই। মই দৌৰি সেই সৰু বাটৰ মূৰ পালোঁহি, তাৰ পাচত আকৌ নৈৰ পাৰলৈ ঘূৰি আহিলোঁ। মোৰ সকলো চিন্তা মৰণা মৰাৰ নিচিনা খেলিমেলি হৈ গ'ল। মোৰ দেউতাই, সাধাৰণতে খুব ধীৰ-স্থিৰ হলেও, মাজে মাজে খঙত সকলো পাহৰে বুলি মই জানিছিলোঁ। তথাপি তেতিয়া দেখা সেই ঘটনা একেবাৰে বুজিব নোৱাৰিছিলোঁ।....অৱশ্যে মই বুজিব পাৰিছিলোঁ যে যেতিয়ালৈকে মই জীয়াই থাকিম, জিনাইডাৰ সেই ভংগিমা, সেই চাৱনি, সেই হাঁহি নাপাহৰোঁ। নতুন ৰূপত দেখা দিয়া জিনাইডাৰ সেই তুলনাহীন মূৰ্তি চিৰদিনৰ কাৰণে মোৰ সোঁৱৰণীত ৰৈ গ'ল। মই বেঙা চাৱনিৰে নৈৰ ফালে চাই থাকিলোঁ আৰু কেতিয়া যে টোপাটোপে চকুৰ পানী মোৰ দুই গালেদি বৈ আহিছিল, তাকো জনা নাছিলোঁ। "দেউতাই জিনাইডাক মাৰিলে?" মনে মনে বাৰে বাৰে কলোঁ মই, "তেওঁক মাৰিলে—তেওঁক মাৰিলে?"....

"এই দে, লেকামডাল মোক দে।" ঠিক পিঠিৰ ওচৰতে দেউতাৰ মাত শুনিবলৈ পালোঁ।

তেখেত যন্ত্ৰচালিতৰ দৰে লেকাম দেউতাৰ হাতত দিলোঁ। তেখেত জাপ মাৰি বিজুলীৰ পিঠিত উঠিল...ঠাণ্ডাত ঘোঁৰাটো যেন অলপ অসাৰ হৈ পৰিছিল আৰু এতিয়া পোন হৈ একে জাঁপে প্ৰায় ১০ ফুট আগুৱাই গ'ল। কিন্তু ঘোঁৰাৰ দুই দাঁতিৰ পাঁজৰত কাঁইটৰ খোচ দি তাৰ গলধনত মৰিয়াই সোনকালেই দেউতাই তাক বশ কৰিলে। "এস্, চাবুকডালো নাই হাতত!" দেউতাই বিৰ্‌বিৰাই কলে।



চাবুকৰ সেই চাটৌপ শব্দটো মোৰ মত পৰিল, আৰু মই জিকাৰ খাই উঠিলোঁ। অলপ পৰ মনে মনে থাকি মই দেউতাক সুধিলোঁ, "চাবুকডাল কি কৰিলেনো?" উত্তৰ নিদি দেউতা আগুৱাই গ'ল। মইও বেগাবেগিকৈ গৈ দেউতাৰ ওচৰ চাপিলোঁ। তেখেতৰ মুখখন এবাৰ চাবই লাগিব। দাঁত কামুৰি দেউতাই সুধিলেঁ, "বৈ বৈ ভাগৰি পৰিছিলি নেকি?"

"পৰিছিলোঁ অলপমান কিন্তু আপোনাৰ চাবুকডাল পেলালে ক'ত?"—মই আকৌ সুধিলোঁ।

মোৰ ফালে আকৌ হঠাৎ চাই দেউতাই কলে, "পেলাই অহা নাই, পেলাই দিলোঁ।"

হঠাৎ দেউতা ভাবত বিভোৰ হ'ল, মূৰটো দোঁ খালে। আৰু দেউতাৰ সেই কঠিন চকু-মুখত কিমান মমতা আৰু কৰুণা ফুটি উঠিব পাৰে, তাক সেই দিনাই প্ৰথম আৰু শেষ বাৰৰ কাৰণে দেখিলোঁ।

আকৌ দেউতাই ঘোঁৰা কদমত দৌৰালে। মই আৰু তেখেতক লগ ধৰিব নোৱাৰিলোঁ। তেওঁ ঘৰ পোৱাৰ পোন্ধৰ মিনিটমান পাচতহে মই আহি ঘৰ পালোঁহি।

সেই দিনা ৰাতি মোৰ ডেস্কৰ (মোৰ ডেস্কত তেতিয়া কিতাপ কাগজে দ'ম বান্ধিছিল) আগত বহি মনে মনে মই কৈছিলোঁ, "এয়ে ভালপোৱা, এয়ে অনুৰাগ। সকলোৱে ভাবে, দেহত আঘাত লাগিলে সকলোৰেই খঙত জ্বলি উঠে, কোনেও সহ্য কৰিব নোৱাৰে—আনকি আঘাত কৰা জন পৰম প্ৰিয় হলেও! কিন্তু বুজা গ'ল, যি ভালপায় তেওঁৰ ওচৰত সেই আঘাতো সহ্য কৰিব পৰা আঘাত... আৰু মই?....মই ভাবিছিলোঁ..."

এই এটা মাহে মোক বহুত বুঢ়া কৰিলে। বুজিব পাৰিলোঁ যে বেদনা আৰু বিক্ষোভ ভৰা প্ৰেম, সেই অজানা প্ৰেমৰ তুলনাত একেবাৰে তুচ্ছ, নগণ্য আৰু ল'ৰা-খেলা। সেই অজানা প্ৰেমৰ ৰূপৰ

বিষয়ে তেতিয়া মোৰ আছিল কেৱল কিছুমান দেখ-নেদেখ কল্পনা। সেই প্ৰেমৰ ৰূপ তেতিয়াও মোৰ ওচৰত এক সুন্দৰ অথচ কঠোৰ অপৰিচিত মুখৰ সমানেই ভয়লগা—ঘন অন্ধকাৰৰ মাজেদি যি প্ৰেমৰ স্পৰ্শ ৰূপ চাই লবলৈ চেষ্টা কৰে মানুহে।

সেই ৰাতি মই এটা অতি ভয়ংকৰ সপোন দেখিলোঁ,—মই এটা চাপৰ ঘৰৰ ভিতৰত সোমাইছোঁ....মোৰ দেউতা তাত থিয় হৈ আছে—হাতত তেখেতৰ চাবুক, খঙত ভৰি মাৰিছে মাটিত, ঘৰৰ এটা কোণত আঠুকাঢ়ি আছে জিনাইডা। তেজৰ চিন তেওঁৰ কপালত—বাহুত নহয়। আৰু তেওঁলোকৰ পাচৰপৰা থিয় হৈ ওলাইছে তেজেৰে লুতুৰিপুতুৰি বেলোভজোৰভৰ মূৰ্তি—ওঠ দুটা বিবৰ্ণ; আৰু দেউতাক লক্ষ্য কৰি তেওঁ খঙেৰে গৰ্জিছে।

দুমাহ পিচত মই বিশ্ববিদ্যালয়ত ভৰ্তি হলোঁ আৰু তাৰ ছমাহ পাচত পিটাৰ্চবুৰ্গত দেউতা সন্ন্যাসৰোগত ঢুকাল। আমি কিছুদিনৰ আগতেহে তাত থাকিবলৈ লৈছিলোঁগৈ। মৃত্যুৰ কেইদিনমান আগতে তেখেতে মস্কোৰপৰা এখন চিঠি পাইছিল। চিঠিখনে তেখেতক খুব চঞ্চল কৰি তুলিছিল। তেখেতে 'মা'ক কিবা যেন খুজিছিল গৈ। তেখেতে বোলে কান্দিছিলও—হয়, মোৰ দেউতাই কান্দিছিল। যিদিনা তেখেত সন্ন্যাস ৰোগৰদ্বাৰা আক্ৰান্ত হ'ল সেই দিনা পুৱা তেখেতে লিখিছিল, "সোণ, সাৱধানে থাকিবি! নাৰীৰ প্ৰেমৰপৰা আঁতৰত থাকিবি—সেই আনন্দ, সেই বিহৰপৰা দূৰত থাকিবি...." তেখেতৰ মৃত্যুৰ পাচত মায়ে মস্কোৰ কাবোবালৈ বহুত টকা পঠিয়াই দিছিল।

২১

চাৰি বছৰ পাৰ হৈ গ'ল। বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট হৈ ওলাইছোঁহে মাথোন। কি কৰিম, ক'ত গৈ কাম বিচাৰিম—একো ঠিক কৰা নাই তেতিয়াও। এলাহ কৰিয়েই সময় কটাই দিছিলোঁ।



এনেকুৱা সময়তে এদিন সুন্দৰ সন্ধিয়া পৰত ময়ডানভৰ লগত থিয়েটাৰত দেখাদেখি। তেওঁ বিয়া কৰাই সংসাৰী হৈছে আৰু কোনোবা চৰকাৰী অফিচত কাম কৰে। কিন্তু তেওঁৰ কোনো পৰিবৰ্তন মোৰ চকুত নপৰিল। সেই আগৰ দৰেই তেওঁ অকাৰণ উছাহ আৰু হঠাৎ নিৰাশ হৈ পৰাৰ মাজত হেলিদুলি কাল কটাইছে।

কথাৰ মাজতে তেওঁ সুধিলে, "মাডাম ডোলস্কয়া ইয়াতে আছে বুলি আপুনি জানেনে?"

"কোন মাডাম ডোলস্কয়া?"

"পাহৰিলেইনে? ৰাজকুমাৰী জিনাইডা—যাৰ প্ৰেমত আমি সকলো, আনকি আপুনিও পৰিছিল। সেই গাঁৱত—নেচ্কুচনি উদ্যানৰ ওচৰত—মনত নাই?"

"তেওঁ ডোলস্কিক বিয়া কৰালেনে কি?"

"হয়।"

"তেওঁ এতিয়া থিয়েটাৰ হলতে আছেনেকি?"

"নাই, কিন্তু আজি কেইদিনমান হ'ল, পিটাৰ্চবুৰ্গলৈ আহিছে বিদেশলৈ যাব।"

"তেওঁৰ স্বামী কেনেকুৱা মানুহ?"

"খুব ভাল মানুহ, ধনীও। মস্কোত একে ঠাইতে কাম কৰিছিলোঁ আমি। বুজিবই পাৰিছে সেই ঘটনাৰ পাচত," ময়ডানভে এটা অৰ্থ পূৰ্ণ হাঁহি মাৰিলে, "ঘটনাটো আপুনি নিশ্চয়ই জানে—সেই ঘটনাৰ পাচত জিনাইডাক বিয়া কৰাবলৈ মানুহ পোৱা টান হৈ পৰিছিল, কাৰণ ইয়াৰ ফলাফলতো এটা হ'বই......কিন্তু জিনাইডাৰ নিচিনি বুদ্ধিমতীয়ে সকলো ঠিক কৰি লব জানে। যাওক, গৈ এবাৰ দেখা কৰক। আপোনাক লগ পালে নিশ্চই ভাল পাব। তেওঁ আগতকৈ আৰু সুন্দৰ হৈছে দেখিবলৈ।"

ময়ডানভে মোক জিনাইডাৰ ঠিকনা দিলে। তেওঁ "ডেমুথ" হোটেলত আছিল। পুৰণি স্মৃতি আকৌ পাক খাই জাগি উঠিল

মোৰ মনত....ঠিক কৰিলোঁ, পিচ দিনাই মোৰ বিগত দিনৰ 'কামনাৰ জুই'ক দেখা কৰিম। কিন্তু বহুত অসুবিধাত পৰিলোঁ। এসপ্তাহ গ'ল, দুসপ্তাহ গ'ল। তাৰ পাচত যিদিনা 'ডেমুথ' হোটেলত গৈ ডোলস্কায়াৰ লগত দেখা কৰিব খুজিলোঁ, সেইদিনা তেওঁ আৰু নাছিল। চাৰিদিন আগতে সন্তান প্ৰসৱত হঠাৎ মৃত্যু ঘটিল।

কোনোৱাই মোৰ কলিজাত কোব মৰা যেন লাগিল। তেওঁৰ লগত দেখা হ'লহেতেন। কিন্তু নহ'ল, আৰু কেতিয়াও নহ'ব।... এই জ্বালাময়ী চিন্তা আৰু নিষ্ফল অনুশোচনাৰ অন্তৰ্দাহত মোৰ কলিজাৰো কলিজা পুৰি ছাই হ'ল। দাৰোৱানৰ মুখলৈ ভেবা লাগি চাই মই তাৰে কথাৰ প্ৰতিধ্বনি তুলিলোঁ—"ঢুকাল;" তাৰ পাচত কোনো কথা নোকোৱাকৈ বাটলৈ ওলাই আহি খোজ পেলালোঁ। কলৈ গৈছিলোঁ কব নোৱাৰোঁ। গোটেই অতীত মোৰ চকুৰ আগত ভাঁহি উঠিছিল। তেনেহলে এই গাভৰু, সুন্দৰ, তৃষাতুৰ জীৱনৰ এয়েই পৰিণতি আছিলনে? ইমান ব্যস্ততা, ইমান অস্থিৰতা লৈ এই পৰিণতিকে তেওঁ কামনা কৰিছিলনে? ভাবোঁতে ভাবোঁতে চকুৰ আগত ভাঁহি উঠিল সেই মুখ, সেই চুলি— সকলোবোৰ এতিয়া এটা সৰু কাঠৰ বাকচত বন্দী হৈ সেমেকা মাটিৰ অন্ধকাৰ গৰ্ভত পৰি আছে, এই ঠাইৰে কোনোবাখিনিত— মোৰে ওচৰত, যি-মই এতিয়াও জীয়াই আছোঁ; হয়তো পৰি আছে দেউতাৰপৰা মাত্ৰ কেইগজমান দূৰত......এইবোৰ কথাই ভীৰ কৰিলেহি মোৰ মনত। এইবোৰ কথা স্থিৰ হৈ ভাবিবলৈ চেষ্টা কৰিলোঁ মই। কিন্তু অন্তৰৰ ভিতৰত ধ্বনিত হৈ উঠিল সেই বাণী:

"কোনোৱাই উদাসভাৱেই দিলে
তেওঁৰ মৃত্যুৰ বতৰা।
উদাসভাৱেই ময়ো শুনিলোঁ।

হে যৌৱন! তুমি একোৰে ওপৰত গুৰুত্ব নিদিয়া; পৃথিৱীৰ



সকলো ঐশ্বৰ্য্যৰ যেন তুমি একমাত্ৰ প্ৰভু—আনকি দুখে তোমাক আনন্দ দিয়ে, শোকো তোমাৰ কাৰণে ভালেই; তুমি আত্মবিশ্বাসী আৰু দাম্ভিক; আৰু তুমি কোৱা—'একমাত্ৰ ময়েই জীয়াই আছোঁ—চোৱা।" কিন্তু এই ঘোষণাৰ লগেলগেই তোমাৰ জীৱনৰ দিনবোৰ হো-হোৱাই উৰি যায়—কোনো হিচাব, কোনো চিন নৰখাকৈ; ৰ'দত মমবাতিৰ দৰে, বৰফৰ দৰে, উৰি গৈছে তোমাৰ সকলো......। বোধকৰোঁ তোমাৰ মাধুৰ্য্যৰ সকলো ৰহস্য লুকাই আছে—যিহকে বিচৰা তাকে কৰিব পৰাত নহয়, কিন্তু সকলো কৰিব পাৰা বুলি ভবাতহে। প্ৰয়োগৰ ঠাই নাপাই তুমি তোমাৰ আত্মশক্তিক বতাহত উৰাই দিয়া। আমি প্ৰত্যেকেই নিশ্চিত ভাৱে বিশ্বাস কৰোঁ এই কথা কোৱাৰ অধিকাৰ আছে বুলি যে, "এনেকৈ সময়ৰ অপচয় নকৰা হলে কি কৰিব নোৱাৰিলোঁহেতেন!"

মই নিজেই...কিহৰ কাৰণে আশা কৰিলোঁ মই....কি পাম বুলি ভাবিলোঁ, কি উজ্জল ভৱিষ্যৎ দেখিলোঁ মই—যেতিয়া মোৰ প্ৰথম প্ৰেমৰ স্মৃতিত শেষ বিদায়ৰ পৰত মই এটা হুমুনিয়াও নেপেলালোঁ, মুহূৰ্তৰ বেদনাও অনুভৱ নকৰিলোঁ?

আৰু সেই আশা কিমান দূৰ সফল হৈছে? আৰু আজি যেতিয়া মোৰ জীৱন পথৰ ওপৰত সন্ধাৰ ছাঁ আহি পৰিছেহি, তেতিয়া বসন্তৰ শেষ ৰাতিৰ সেই ক্ষণস্থায়ী ধুমুহাৰ স্মৃতিতকৈ মোৰ কাৰণে আন কি বেছি উজ্জ্বল, বেছি দামী হব পাৰে?

কিন্তু নিজক কিয় দোষিছোঁ মই? সেই দিনাও, যৌৱনৰ সেই উদ্ধত দিনতো ব্যথিতৰ আহ্বান মই নুশুনাকৈ থকা নাছিলোঁ, মৃত্যুপুৰীৰ গম্ভীৰ শব্দ শুনি ময়ো স্থিৰ হৈ থাকিব পৰা নাছিলোঁ; মনত আছে, জিনাইডাৰ মৃত্যুৰ খবৰ পোৱাৰ কেইদিনমান পাচত ইচ্ছা কৰিয়েই এক দমাব নোৱাৰা আকৰ্ষণত এগৰাকী দুখীয়া বুঢ়ীৰ মৰণ শয্যাৰ শিতানত থিয় হৈছিলোঁগৈ। মই থকা ঘৰৰ

দাঁতিতে বুঢ়ীও আছিল। তেওঁৰ গাত ফটা কাপোৰ। পিঠিৰ তলত তুলী বুলিবলৈ আছিল ছুখন তক্তা, মূৰত গাৰু বুলি আছিল এটা থৈলা। মৃত্যু যন্ত্ৰণাত অধীৰ হৈ বাচিলৰ কাৰণে যুঁজিছিল বৃদ্ধাই। তেওঁৰ গোটেই জীৱনেই দাৰিদ্ৰ্যৰ লগত যুঁজ কৰিয়েই শেষ হৈছে। আনন্দ কি তেওঁ কোনো দিনেই নাজানিলে, সুখৰ সোৱাদ কেতিয়াও নাপালে। মৃত্যুক তেওঁ অভ্যৰ্থনা জনোৱাৰে কথা। কিন্তু তেওঁৰ জৰাজীৰ্ণ দেহে যেতিয়ালৈকে মৃত্যুৰ লগত প্ৰাণপণে যুঁজ কৰিছিল, মৃত্যুৰ বৰফ চেঁচা টান মুঠিৰ ভিতৰত তেওঁৰ বুকুখনে যেতিয়ালৈকে যন্ত্ৰণাত উঠা-নামা কৰিছিল, যেতিয়া-লৈকে তেওঁৰ মাজত এক বিন্দু শক্তিও আছিল, তেতিয়ালৈকে বৃদ্ধাই অবিশ্ৰান্ত ভাৱে বুকুৰ ওপৰত ক্ৰচ্ চিন আঁকি গৈছিল আৰু ফোঁপাই ফোঁপাই কৈছিল, "হে প্ৰভু, মোৰ সকলো পাপ মাৰ্জনা কৰা।" তেওঁৰ চকুত মৃত্যুৰ যি আতংক ফুটি উঠিছিল, চেতনাৰ শেষ ৰেখা নোহোৱা হৈ যোৱাৰ আগ মুহূৰ্ত লৈকে সেই আতংক একেদৰেই আছিল। মনত পৰে, সেইখিনিত সেই অভাগিনী বৃদ্ধাৰ মৰণ-শয্যাৰ কাষত থিয় হৈ তীব্ৰ মৰ্মবেদনাৰে মই জিনাইডাৰ কথা ভাবিছিলোঁ, আৰু তেওঁৰ কাৰণে, মোৰ দেউতাৰ কাৰণে, মোৰ নিজৰ কাৰণে প্ৰাৰ্থনা কৰাৰ ইচ্ছা মোৰ মনত জাগি উঠিছিল।

+ শেষ +